জোনাকী পুথি-ঠগা ( ১১ )






# দিগ্বিজয়ী

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা এম-এ, বি-এল, বি-টি
অসমীয়া সাহিত্যৰ অধ্যাপক, কটন কলেজ
লতাশিল
গুৱাহাটী

প্ৰথম তাঙৰণ
১৯৫২ চন, জুলাই

মূল্য—আঢৈ টকা

প্ৰকাশক
শ্ৰীলোকেন্দ্ৰনাথ মেধি
C/o এ-চি হাজৰিকা
উজান বজাৰ, গুৱাহাটী

পৰিবেশক
১। গ্ৰন্থকাৰ, উজাৰ বজাৰ, গুৱাহাটী
২। চপলা বুক ষ্টল, ছিলং
৩। লয়াৰ্‌ বুক ষ্টল, গুৱাহাটী

ছপা-কৰোঁতা
শ্ৰীপ্ৰকাশচন্দ্ৰ চৰকাৰ
কাত্যায়নী মেছিন প্ৰেছ
৩৭।১ শিৱনাৰায়ণ দাস লেন
কলিকতা—৬

# পাতনি

'জোনাকী পুথি-ঠগা'ৰ আমাৰ আন আন পুথিকেইখনিয়ে ৰাইজৰ পৰা বিপুল ভাবে সমাদৃত হোৱাত বিশেষকৈ যিসকলৰ উদ্দেশ্যে এই পুথি-ঠগা আগবঢ়োৱা হৈছে সেই অকণ-অকণিহঁতে পুথি কেইখনি আদৰেৰে সামৰি লব পৰা দেখি পৰম উৎসাহিত হৈ এই পুথিখনিও যুগুত কৰি ভাইটি ভনীটীহঁতৰ হাতত দিলোঁ। এই পুথিখনি নিচেই কোমল বয়সীয়া অকণ-অকণিহঁতৰ বাবে নহয়—যিবিলাক চেমনীয়া ভাইটি-ভনীটীৰ ভূগোল বুৰঞ্জীৰ লগত সম্বন্ধ ঘটি জ্ঞানৰ পৰিসৰ অলপ বহল হৈছে তেওঁলোকেহে বুজিবলৈ সহজ পাব। এই পুথিৰ 'দিগ্বিজয়ী' নামটো আমি অলপ ব্যাপক অৰ্থত লৈছোঁ আৰু সেই বাবেই যিসকলে বিভিন্নমুখী জীৱন-যুদ্ধত জয়লাভ কৰি সময়-বালিত স্থায়ীভাবে খোজ এৰি থৈ গৈছে তেওঁলোকৰ জনদিয়েকৰ জীৱনামৃতকে গোটাই লৈ এই মৌ-চাকটি সাজিছোঁ। মোৰ দেশৰ মৰমৰ লৰা-ছোৱালীবিলাকৰ নিমিত্তে—যাতে সেই দিগ্বিজয়ীসকলে তেওঁলোককো অনুপ্ৰাণিত কৰিব পাৰে বিভিন্ন ক্ষেত্ৰত ডাঙৰ হবলৈ, মানুহ হবলৈ, দেশক আৰু দহক ভাল পাবলৈ, নৰ-নাৰায়ণক সেৱা কৰিবলৈ। পুথিৰ কলেৱৰ ডাঙৰ হৈ যোৱাৰ বাবে আগেয়ে সঙ্কল্প কৰা মতে বিজ্ঞান, শিক্ষা আদি ক্ষেত্ৰৰ দিগ্বিজয়ীসকলক এই যাত্ৰাত সামৰি লব পৰা নহল। ধৰ্ম্মৰ ক্ষেত্ৰৰ দিগ্বিজয়ী কেইবা-জনাৰো জীৱন-কথা যুগুত কৰিও ভৱিষ্যতৰ বাবে সাঁচি ৰখা হল—'বিশ্বজ্যোতি' নামেৰে আন এখন উপাদেয় সংগ্ৰহত অন্তৰ্ভুক্ত কৰিবৰ মানসেৰে।

এই পুথিত অন্তৰ্গত কৰা প্ৰবন্ধ কেইটাৰ দুটা পুৰণি আলোচনীৰ পাতৰ পৰা বুটলি লোৱা আৰু বাকী আঠোটা খাটনি ধৰি লিখোৱা

হৈছে। বিশেষজ্ঞ আৰু সাহিত্যিক বন্ধুসকলে নিজৰ দহ বন কাটি কৰিও অতি কম সময়ৰ ভিতৰতে এই প্ৰবন্ধাৱলী যুগুত কৰি দি আমাক বিশেষভাবে অনুগৃহীত কৰিছে। এই লিখকসকলৰ ওচৰত আমি অশেষ কৃতজ্ঞ।

একেটা বস্তুৱেই ভিন ভিন লিখাৰুৰ কাপৰ আগেদি স্বকীয়া ৰূপেৰে স্বকীয়া সুৰত প্ৰকাশিত হয়। সেই বাবেই 'দিগ্বিজয়ী'ৰ ৰচনাবোৰৰ সমন্বয় সাধন কৰি একেটা সাঁচত ঢালিবলৈ কোনো কোনোটোত বঢ়োৱা-টুটোৱা কৰিবৰ আৱশ্যক হৈছে আৰু বাক্য-শব্দাৱলী আদিও ঠায়ে ঠায়ে সলাই দিবলগীয়া হৈছে, অৱশ্যে দুই এটাত আকৌ বিশেষ একো কৰিবলগীয়া হোৱা নাই, নামমাত্ৰহে কৰবাত চুবলগীয়া হৈছে। কথাবোৰ চেমনীয়াহঁতৰ উপযোগী ৰসাল আৰু সাধুকথাৰ গঢ়ত ঢালিবলৈ এনেভাবে সম্পাদনৰ কাৰ্য্য কৰোঁতে যদি মূল ৰচনাৰ সৌন্দৰ্য্যহানি হৈছে তেন্তে আমাক লিখকসকলে ক্ষমা কৰিব বুলি আশা কৰিলোঁ। বিশেষ কাৰণত কম সময়ৰ ভিতৰতে দূৰণিবটীয়া কলিকতাৰ চেপাকলত কিতাপখন চেপি আনিবলগীয়া হোৱাত ঠায়ে ঠায়ে ছপা ভুলো ৰৈ গৈছে। সকলো কথা গমি-পিটিকি চাই পঢ়ুৱৈ-সমাজে আমাক এফেৰি মৰমৰ চকুৰে চায় যেন।

গুৱাহাটী ১৬।৬।৬২ — বিনীত গ্ৰন্থকাৰ










## জুলিয়াছ চিজাৰ

জুলিয়াছ চিজাৰ ৰোম বুৰঞ্জীৰ এটি প্ৰখ্যাত নাম। খৃষ্টৰ জন্মৰ ৫০০ বছৰ পূৰ্ব্বে ৰাজতন্ত্ৰৰ ঠাইত ৰোমত প্ৰজাতন্ত্ৰ স্থাপিত হয় আৰু সেই প্ৰজাতন্ত্ৰ জুলিয়াছ চিজাৰৰ দিনতেই শেষ হল বুলিব পাৰি।

খৃষ্টৰ জন্মৰ ৮১ বছৰ পূৰ্ব্বে ৰোমত "চালা" নামে এজন বীৰ নানা উপায়েৰে অতি ক্ষমতাপন্ন হৈ উঠিছিল। তেওঁ আপোনাআপুনি ৰোমত একাধিপত্য বিস্তাৰ কৰে। "চালা"ই

ৰোমৰ শাসনকৰ্ত্তা হৈ কত ৰোমবাসীৰ যে অবাবতে জীৱন ধ্বংস কৰিলে, তাৰ অন্ত নাই। "চালাই" ৰোমত তেওঁৰ বিপক্ষ মানুহ নিৰ্ম্মূল কৰিলে। চালাৰ এই নিৰ্দ্দয় আচৰণে চিৰকাললৈ য়ুৰোপৰ বুৰঞ্জী কলঙ্কিত কৰিছে। চালাই যেতিয়া মহাপ্ৰতাপেৰে ৰোম ৰাজ্য শাসন কৰে, তেতিয়া জুলিয়াছ চিজাৰ লৰা মানুহ। কিন্তু এই বয়সতেই চালাৰে সৈতে তেওঁৰ মনোবাদ ঘটে। চিজাৰে চালাৰ এজন প্ৰধান শত্ৰু "চিনাৰ" ছোৱালী এজনী বিয়া কৰায়। চালাই চিজাৰক সেই ছোৱালী বিয়া কৰাবলৈ আগেয়ে হাক দিছিল। গতিকে চালাই চিজাৰক বেয়া পোৱা হল আৰু তাৰ পিছে অলপ দোষ পায়েই চিজাৰৰ প্ৰাণদণ্ডৰ আজ্ঞা দিলে। চিজাৰ ৰোমৰ পৰা পলাই গল আৰু নানা ঠাইত ঘূৰি ফুৰিবলৈ ধৰিলে। তেতিয়া ৰোমৰ জনদিয়েক ডাঙৰ মানুহে চিজাৰৰ বাবে চালাক কলে বোলে চিজাৰ লৰা মানুহ, সেই বাবলৈ চিজাৰৰ প্ৰথম দোষ বুলি ক্ষমা কৰিব লাগে। চালাই তেওঁবিলাকৰ অনুৰোধ ৰক্ষা নকৰি কলে—"তোমালোকে যি লৰাটিৰ জীৱনৰ বাবে মোক খাটিবলৈ আহিছা, তাক তোমালোকে চিনিব পৰা নাই। পিছত দেখা পাবা সিয়েই আমাৰ দেশৰ স্বাধীনতা লোপ কৰিব।" চালাৰ কথা শেষত বাস্তৱিকেই ফলিয়ালে। চিজাৰ পলাই ঘূৰি ফুৰোঁতেই চালাৰ মৃত্যু হল। তেতিয়া চিজাৰ ৰোমলৈ উলটি আহিল। চিজাৰে ৰোমত বক্তৃতা কৰি বৰ সুখ্যাতি লভিলে। তেওঁ ভাবিলে বোলে বক্তৃতা কৰিবলৈ ভালকৈ শিকিলে তেওঁ এজন প্ৰখ্যাত বক্তা হব পাৰিব। সেই



বাবে তেওঁ "ৰ'দ্চ" দ্বীপলৈ বক্তৃতা শিক্ষা দিয়া বিদ্যালয়ত বক্তৃতা শিকিবলৈ গল। সেই সময়ত ৰোম আৰু গ্ৰীচৰ লগত যুজ হয়।



সেই যুঁজত চিজাৰে যোগ দি যুদ্ধবিদ্যাত কিছু পাৰ্গতালি দেখুৱাই-ছিল। চিজাৰ বক্তৃতা দিবলৈ শিক্ষা কৰি ৰ'দ্চ্ দ্বীপৰ পৰা ৰোমলৈ উলটি আহিল। চিজাৰ তেওঁৰ সৎ ব্যৱহাৰ, সাহ আৰু যুদ্ধনিপুণতাৰ দ্বাৰাই ৰোমত লাহে লাহে এজন প্ৰধান মানুহ হবলৈ ধৰিলে। কিছুমান দিনৰ পিছত চিজাৰ ৰোম ৰাজ্যৰ তলতীয়া স্পেন দেশৰ শাসনকৰ্ত্তা হৈ গল। চিজাৰ স্পেনত থকা সময়ত ৰোমত পম্পে আৰু ক্ৰেছাছ নামে দুজন অতি

ক্ষমতাশীল পুৰুষৰ হাতত দেশৰ সকলো ভাৰ আছিল। চিজাৰ স্পেনৰ পৰা উলটি আহি পম্পে আৰু ক্ৰেছাছৰ লগত যোগ দিলে আৰু তিনিও ৰোমত সকলো বিষয়ৰে হৰ্ত্তা-কৰ্ত্তা হৈ উঠিল। চিজাৰ আকৌ পাঁচ বছৰলৈ "গল" দেশৰ শাসনকৰ্ত্তা হৈ গল। তেওঁ এই বাৰ গলৰ শাসনকৰ্ত্তা হৈ বহুত সেনা গোটাই ইটালী দেশৰ উত্তৰৰ আৰু পূবৰ প্ৰায় আটাইবোৰ দেশ জয় কৰি ৰোম ৰাজ্যৰ তলতীয়া কৰিলে। এই জয় কৰা দেশবিলাকৰ ভিতৰত বৃটন অৰ্থাৎ আজিকালিৰ ইংলণ্ডও এখন আছিল।

চিজাৰ আৰু পম্পেৰ ক্ষমতা দিনে দিনে বাঢ়ি যাবলৈ ধৰিল। এই সময়তে ক্ৰেছাছৰ মৃত্যু হল, গতিকে তেওঁবিলাক দুজনৰ ক্ষমতাৰ ভাগ লওঁতা আৰু কেনো নাইকিয়া হল। তাৰ উপৰিও চিজাৰৰ জীয়েক পম্পেৰ ঘৈণীয়েকৰো সেই একে সময়তে মৃত্যু ঘটে। তেওঁৰ মৃত্যুৰ পৰা চিজাৰ আৰু পম্পেৰ একো সম্বন্ধ নাইকিয়া হল। লাহে লাহে চিজাৰ আৰু পম্পেৰ ভিতৰত মনোবাদ হবলৈ ধৰিলে। ৰোমৰ ছিনেটৰ প্ৰায়বিলাক সভ্যকেই চিজাৰ "গল" দেশত থাকোঁতেই পম্পেই নিজৰ ফলীয়া কৰি ললে। পম্পেৰ ফলীয়া ছিনেটৰ সভ্যবিলাকে এইটো স্থিৰ কৰিলে যে চিজাৰ লাহে লাহে বৰ ক্ষমতাপন্ন হৈ যাবলৈ ধৰিছে ; গতিকে তেওঁৰ হাতৰ পৰা আটাইবিলাক সৈন্য আনিব লাগে। চিজাৰৰ বিৰুদ্ধে এই মন্ত্ৰণা কৰাৰ কথা তেওঁৰ এণ্টনি নামে বন্ধু এজনে তেওঁক গল দেশতেই গৈ বতৰা দিলে। চিজাৰে এই বাতৰি পাই খঙত জ্বলি উঠিল আৰু পম্পেৰ হাতৰ পৰা ৰোম লবলৈ দৃঢ়-প্ৰতিজ্ঞ হল। চিজাৰে আগেয়ে এণ্টনিক কিছুমান সৈন্য লগত দি ৰোমৰ ফাললৈ পঠিয়াই দিলে, পিছে তেওঁ নিজেই বহু সৈন্য লৈ তেওঁৰ শাসনৰ তলতীয়া গল দেশৰ সীমা "ৰুবিকন" নৈ পাৰ হৈ ৰোমৰ ফাললৈ যাত্ৰা কৰিলে। পম্পেৰ সৈন্যই আহি চিজাৰৰ লগত কেইবা ঠাইতো যুঁজ দিলে, কিন্তু প্ৰত্যেক যুদ্ধতেই চিজাৰৰ জয় হল। চিজাৰৰ এই জয় বাতৰি পাই পম্পেৰ মনত বৰ ভয় হল আৰু তেওঁৰ লগৰীয়া ডাঙৰ মানুহ কেইজনমান আৰু কিছুমান সৈন্য লৈ জাহাজত উঠি গ্ৰীচৰ ফাললৈ যাত্ৰা কৰিলে। চিজাৰ অবাধে আহি ৰোম পালে আৰু অক্লেশে নগৰ অধিকাৰ কৰিলে। তেওঁৰ প্ৰতিদ্বন্দ্বী আৰু ৰোমত কোনো নাইকিয়া হল। চিজাৰ ৰোমত থাকোঁতে স্পেনত তেওঁৰ বিৰুদ্ধে কিছুমান মানুহ বিদ্ৰোহী হৈ উঠে। চিজাৰ ততালিকে স্পেনলৈ গল। "ইলৰ্দ্দা" নামে ঠাইত ( খৃঃ পূঃ ৪৯ ) এখন ডাঙৰ যুদ্ধ হয়। তাত চিজাৰে সম্পূৰ্ণ জয় লাভ কৰে। স্পেনৰ পৰা চিজাৰ আকৌ ৰোমলৈ উলটি আহিল আৰু ৰোমত কিছুমান দিন থাকি পম্পেৰ বিৰুদ্ধে গ্ৰীচলৈ যাত্ৰা কৰিলে। চিজাৰে গ্ৰীচলৈ গৈ ফাৰ্চেলিচ নামে ঠাইত পম্পেৰ লগত যুদ্ধ দিলে। চিজাৰে নানা অসুবিধাত থাকিও যুদ্ধত জয়লাভ কৰিলে।

পম্পে ইজিপ্ত অৰ্থাৎ মিছৰ দেশলৈ পলাই গল। মিছৰ দেশৰ ৰজা ৰোমৰ তলতীয়া আছিল, সেই বাবে তেওঁ ভাবিলে বোলে চিজাৰ যেতিয়া ৰোমৰ শাসনকৰ্ত্তা হৈছে, তেওঁ চিজাৰৰ লগত বন্ধুতা কৰাহে যুগুত আৰু তেওঁ চিজাৰৰ অনুগ্ৰহ পাব

খুজিলে পম্পেক বধ কৰা উচিত যেন বোধ কৰিলে আৰু পম্পে মিছৰ দেশ সোমোৱা মাত্রে বিশ্বাসঘাতকতা কৰি বধ কৰিলে। পম্পেৰ পাছতে চিজাৰ মিছৰ পালেগৈ। তেওঁ পম্পেৰ মৃত্যুৰ কথা শুনি বৰ দুখ প্ৰকাশ কৰিলে। চিজাৰ মিছৰৰ পৰা আহি আফ্রিকাৰ উত্তৰত থকা ৰোম ৰাজ্যৰ তলতীয়া দেশবোৰ জয় কৰি আকৌ স্পেনলৈ গৈ এখন যুদ্ধত পম্পেৰ পুত্ৰ দুজনক জয় কৰিলে।

যেতিয়া চিজাৰ স্পেনৰ পৰা ৰোমলৈ উলটি আহিল, তেতিয়া তেৱেঁই ৰোমৰ হৰ্ত্তাকৰ্ত্তা। তেওঁৰ কথাৰ ওপৰত কথা কবলৈ আৰু কোনো নাই। তেওঁ ৰোমত কিছুমান নতুন নতুন আইন গৃহীত কৰিলে। তেওঁ প্ৰায় নিজ ইচ্ছাৰেই সকলো কাম কৰিছিল আৰু তেওঁৰ নিজৰ ফলীয়া ডাঙৰ মানুহবিলাকক ছিনেট সভাৰ সভ্য পাতি লৈছিল। চিজাৰে তেওঁৰ মৃত্যুৰ পিছত ৰোম শাসন কৰিবলৈ তেওঁৰ ভতিজাক “অক্টেভিয়াকে” তোলনীয়া পো কৰি লৈছিল। ৰোমৰ সাধাৰণ মানুহবিলাকে চিজাৰক বৰ ভাল পাইছিল আৰু সিহঁতৰ ইচ্ছাৰে চিজাৰৰ পৰম বন্ধু এণ্টনিয়ে তেওঁক ৰাজমুকুট অৰ্পণ কৰিছিল কিন্তু বুদ্ধিমান চিজাৰে ৰাজ-মুকুট গ্ৰহণ নকৰিলে।

ৰোমৰ বহুত মানুহে চিজাৰক ভাল নাপাইছিল আৰু চিজাৰৰ বিৰুদ্ধে তেওঁ এজন প্ৰধান বন্ধু ব্ৰুটাছক উত্তেজিত কৰিছিল। লাহে লাহে ভালেমান ডাঙৰ মানুহ লগ লাগি চিজাৰৰ বিৰুদ্ধে এটা ডাঙৰ ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। অৱশেষত ষড়যন্ত্ৰকাৰীসকলে স্থিৰ কৰিলে যে ৫ মাৰ্চ্চৰ দিনা ছিনেট সভা



ঘৰতেই চিজাৰক বধ কৰা হব। ইয়াৰ পূৰ্ব্বে চিজাৰক এজন পণ্ডিতে কৈছিল বোলে ১৫ মাৰ্চ্চৰ দিনটো তেওঁৰ পক্ষে ভয়ানক দিন হব। গতিকে ষড়যন্ত্ৰকাৰীবিলাকে ভাবিলে—চিজাৰ সেই দিনা নিশ্চয় বাহিৰলৈ নাহে। তেওঁক উলিয়াই অনা বৰ টান হব। তেওঁবিলাকৰ ভিতৰৰ এজনে কলে বোলে চিজাৰক তেওঁ উলিয়াই আনিব। চিজাৰ বৰ অভিমানী আৰু প্ৰশংসা-প্ৰিয়। তেওঁক ডাঙৰটো কৰি প্ৰশংসা কৰিলে ওলাই আহিব।

সকলো ঠিক হল। ১৫ মাৰ্চ্চ আহিল। ১৪ মাৰ্চ্চৰ দিনা নিশা চিজাৰৰ ঘৈণীয়েকে এটা বেয়া সামাজিক দেখি চিজাৰক ১৫ তাৰিখে ছিনেটলৈ যাবলৈ হাক দিলে। চিজাৰে পণ্ডিতৰ কথাও মনত ভাবি ছিনেটলৈ নাযাওঁ বুলি বহি থাকিল। ছিনেটলৈ সকলো সভ্য গৈ বহি বাট চাই আছে। এনেতে চিজাৰে আহিব নোৱাৰে বুলি বাতৰি কৈ পঠিয়ালে। তেতিয়া ষড়যন্ত্ৰকাৰীবিলাকৰ ভিতৰৰ যিজনে চিজাৰক উলিয়াই আনিব খুজিছিল তেওঁ চিজাৰৰ ঘৰলৈ গৈ তেওঁক কলে বোলে চিজাৰৰ নিচিনা মহাবীৰে পণ্ডিতৰ অমূলক কথা শুনি কৰ্ত্তব্য কামৰ পৰা বিচলিত হোৱাটো বৰ লাজৰ কথা। অভিমানী চিজাৰে এই কথা শুনি আৰু ঘৰত নাথাকিল। তেওঁ পোনেই ছিনেট সভালৈ বাট ললে। বাটত বহুত মানুহে তেওঁক বাধা দিবলৈ ধৰিলে। এজন মানুহে লৰি আহি তেওঁৰ হাতত এখন চিঠি দি কলে বোলে সেই চিঠিখন বৰ দৰকাৰী, তাক তেতিয়াই পঢ়া উচিত। চিজাৰে হলে সেই কথালৈ কাণ নকৰিলে। পিছত দেখা

গৈছিল যে সেই চিঠিখনত ষড়যন্ত্ৰৰ সকলো কথা বিবৰি লিখা আছিল। চিজাৰ সভাঘৰত সোমাল। তেওঁ সোমোৱা মাত্ৰেই সেই ঘৰত থকা তেওঁৰ মূৰ্ত্তিটো বাগৰ খাই পৰিল। তথাপি চিজাৰে নিৰ্ভয়ে তেওঁৰ আসনত বহিলগৈ। চিজাৰ বহা মাত্ৰে ব্ৰুটাছকে প্ৰমুখ্য কৰি এদল ডাঙৰ মানুহে চিজাৰৰ আগত এখন আবেদন-পত্ৰ দি এজন দোষীক ক্ষমা কৰিবলৈ কলে। চিজাৰ তাত অমান্তি হোৱাত তৎক্ষণাৎ চিজাৰৰ পিঠিয়েদি এজনে এখন অস্ত্ৰ মাৰি দিলে আৰু তাৰ পিছতে অলেখ অস্ত্ৰ চিজাৰৰ গাত পৰিবলৈ ধৰিলে। চিজাৰে তেওঁৰ পৰম বন্ধু ব্ৰুটাছক দেখি কলে,—"ব্ৰুটাছো যদি মোৰ বিৰুদ্ধে উঠিছে, তেনেহলে মোৰ জীৱনত সকাম নাই।" এই বুলি তেওঁ গাৰ কাপোৰ খঁহাই পেলালে আৰু তাতেই তেওঁৰ মৃত্যু ঘটিল।

চিজাৰক এই দৰে হত্যা কৰা বাতৰি অলপ বেলিৰ পিছতে সমস্ত ৰোম বিয়পি পৰিল। ৰোমৰ সাধাৰণ মানুহবিলাকে বৰ শোক প্ৰকাশ কৰিলে। চিজাৰৰ ভতিজাক মহাবীৰ অক্টেভিয়া তেতিয়া ৰোমৰ ওচৰৰ ৰাজ্য এখনত যুদ্ধত ব্যস্ত আছিল। তেওঁক সেই ঠাইতেই ৰোমৰ বহুত মানুহে চিজাৰৰ হত্যাৰ বাতৰি দিলেগৈ। তেওঁ এই বাতৰি পাই খঙত জ্বলি উঠিল আৰু বহু সৈন্য লৈ ৰোমলৈ যাত্ৰা কৰিলে। তেওঁৰ এই কোপ-অগ্নিত প্ৰায় বিদ্ৰোহী পোৱা গল। তেওঁ ৰোমৰ প্ৰজাতন্ত্ৰ শেষ কৰিলে। নিজেই সমস্ত ৰোম-ৰাজ্যৰ সম্ৰাট হৈ সিংহাসনত বহিল। ৰোমবাসীৰ স্বাধীনতা চিৰকাললৈ লোপ পালে।

# ৰাজৰ্ষি অশোক



সুখ্যাতিৰে ৰাজত্ব কৰি পৃথিৱীৰ বুৰঞ্জীৰ পাতত নাম এৰি থৈ যোৱা অগণন ৰজাৰ নাম পোৱা যায়। সেই সকলোৰে ভিতৰত তৰাৰ মাজত ভোটা তৰা জিলিকি থকাৰ নিচিনাকৈ এজন মাথোন ৰজাৰ নাম জাকত জিলিকি উজ্জল হৈ আছে। তেৱেঁই হৈছে ৰাজৰ্ষি অশোক। অশোক ৰজাৰ অমৰ আত্মাকে ৰাম-কৃষ্ণ-বুদ্ধ-গান্ধীৰ দেশ পূতভূমি ভাৰতবৰ্ষক শ্ৰেষ্ঠ আসন দিছে। তৰোৱালেৰে দেশ জয় কৰি অশোক ডাঙৰ হো[illegible] নাছিল,

সাম্য-মৈত্ৰী-প্ৰেম আৰু অহিংসাৰ বাণীৰে মানুহৰ অন্তৰ জয় কৰি তেওঁ ৰজা-মহাৰজাসকলৰ বুৰঞ্জীত নতুন কীৰ্ত্তি প্ৰতিষ্ঠা কৰি থৈ গৈছে।

মহাৰাজ চন্দ্ৰগুপ্তই ভাৰতবৰ্ষৰ সীমাৰ পৰা বিদেশী গ্ৰীক-বিলাকক খেদি পঠিয়াইছিল আৰু মৌৰ্য্য বংশ নামেৰে এটা নতুন ৰাজবংশ স্থাপন কৰিছিল। সেই চন্দ্ৰগুপ্তৰে পুতেক বিন্দুসাৰ। বিন্দুসাৰৰ পুতেকেই প্ৰিয়দৰ্শন অশোক। অশোকৰ মাকৰ নাম সুভদ্ৰাঙ্গী আছিল। 'অশোক আবাদা' নামেৰে পুথিৰ পৰা ৰাণী সুভদ্ৰাঙ্গী ব্ৰাহ্মণ-জীয়াৰী আছিল বুলি জনা যায়। বিন্দু-সাৰ ৰজাৰ মৃত্যু হোৱাত খৃঃ পূঃ ২৬০ শকত অশোক মগধৰ ৰাজপাটত উঠে। লৰাকালত অশোক হেনো বৰ কাঠচিতীয়া আৰু খটাসুৰ স্বভাৱৰ আছিল। কোনো কোনো পুথিয়ে তেওঁ ককায়েকহঁতক বধ কৰি ৰাজসিংহাসন লাভ কৰিছিল বুলিও কব খোজে। তেওঁ হেনো বৌদ্ধ ধৰ্ম্ম গ্ৰহণ কৰাৰ পূৰ্ব্বে ভালেমান নিৰীহ প্ৰজাক নানান শাস্তি দি জীয়াতু ভোগাইছিল আৰু কৰ্ম্মচাৰীসকলক লৰা-তিৰোতাৰে সৈতে প্ৰাণদণ্ড বিহিছিল। তেওঁৰ ভয়ত প্ৰজাসকল থৰহৰি কঁপি আছিল। সেই বাবে মানুহে 'চণ্ডাশোক' বুলিহে তেওঁৰ কথা কৈছিল। পিছে হলে, অশোকৰ বিষয়ে এনেবোৰ কথা সঁচা বুলি পণ্ডিত-সকলে মানি লবলৈ টান পায়। তেওঁলোকে ভাবে—অশোকৰ জীৱনত [illegible] ধৰ্ম্মৰ প্ৰভাৱ দেখুৱাবলৈহে বৌদ্ধ লিখকসকলে তেওঁৰ বি[illegible] এনেবোৰ অমূলক কথা লিখি থৈ গৈছে।



সি যি নহওক ৰাজপাটত উঠাৰ নবম বছৰত অশোক এখন যুদ্ধত নামে। এইখনেই তেওঁৰ জীৱনত প্ৰথম আৰু শেষ যুদ্ধ। সেই যুদ্ধ হৈছিল কলিঙ্গ ৰাজ্যৰ লগত। উৰিষ্যাৰ পুৰণি নাম কলিঙ্গ। এই যুদ্ধত এশ হেজাৰতকৈয়ো বেছি মানুহ মৰিছিল, এশ পঞ্চাছ হেজাৰ মানুহ বন্দী হৈছিল। যুদ্ধক্ষেত্ৰত ধাৰাসাৰে তেজৰ নৈ বৈ গৈছিল। যুদ্ধৰ পিছতে আৰম্ভ হৈছিল মহামাৰী দুৰ্ভিক্ষ। এই দুৰ্ভিক্ষত হেজাৰে হেজাৰে কিমান মানুহে খাবলৈ নেপাই প্ৰাণ হেৰুৱাইছিল তাৰ অন্ত নাই। যুদ্ধৰ এনে ভয়াবহ পৰিণাম আৰু মানুহৰ অকাল মৃত্যু দেখি অশোকৰ অন্তৰ ৰাজ্যত তোলপাৰ লাগিল। তেওঁৰ মনৰ গতি সমূলি সলনি হৈ গল। আৰু কেতিয়াও যুদ্ধ নকৰোঁ বুলি তেওঁ শপত খালে। তেতিয়াৰ পৰাই তেওঁ অহিংসাকে পৰম ধৰ্ম্ম বুলি গ্ৰহণ কৰিলে আৰু ভগৱান বুদ্ধদেৱৰ অমৃতময় বাণী প্ৰচাৰ কৰাই তেওঁৰ জীৱনৰ মূলমন্ত্ৰ হল। কলিঙ্গৰ যুদ্ধই অশোকৰ মনত কেনে বিষাদৰ সাঁচ বহুৱাইছিল তলত দিয়া বৰ্ণনাখিনিৰ পৰাই জানিব পাৰি।

"দেৱপ্ৰিয় প্ৰিয়দৰ্শী অশোকে জয় কৰা কলিঙ্গ এখন বিশাল ৰাজ্য। এই যুদ্ধত লক্ষ লক্ষ প্ৰজা বন্দী হয় আৰু লক্ষ লক্ষ প্ৰজা বধ কৰা হয়। কিন্তু কলিঙ্গ জয় কৰি স্বৰ্গদেৱে এনে শোক পালে যে তেতিয়াৰ পৰা তেওঁৰ মন ধৰ্ম্মৰ ফালে [illegible] খালে। তেওঁ ধৰ্ম্মত অনুৰক্ত হল আৰু তেওঁৰ অন্তৰত ধ[illegible] বাউতি জন্মিল। দেৱতাসকলৰ প্ৰিয়পাত্ৰ স্বৰ্গদেৱে তেওঁ[illegible] অধীনত

নথকা ৰাজ্যখন জয় কৰোঁতে যুদ্ধক্ষেত্ৰত হত্যা আৰু দেশবাসী-সকলৰ দাসত্ব দেখি মৰ্ম্মান্তিক সন্তাপ পালে। সকলো ঠাইতে ব্ৰাহ্মণ, শ্ৰমণ, গৃহী-সন্যাসী মানুহবিলাকে বাস কৰে। সেই সকলৰ ভিতৰত গৰাকীলৈ সন্মান থকা, পিতৃ-মাতৃলৈ ভক্তি থকা, বন্ধু-বান্ধুৱ আত্মীয়-কুটুম্বলৈ চেনেহ থকা, লগুৱালৈ মৰম-বেথা থকা অকপটীয়া মানুহো আছে। এনেবিলাক মানুহো মৃত্যু আৰু অত্যাচাৰৰ কবলত পৰিবলগীয়া হল, মৰমৰ মৰমীইঁতৰ বিচ্ছেদ সহিবলগীয়া হল। বিশেষ যত্নেৰে নিজৰ একো হানি-বিঘিনি নোহোৱাকৈ দুই এক সাৰিলেও আত্ম-কুটুম্বৰ ধ্বংস দেখি কষ্ট পাবলগীয়া হল। দেৱতাৰ প্ৰিয়পাত্ৰ স্বৰ্গদেৱে এনেবোৰ অত্যাচাৰত বৰ দুখ পালে আৰু তাৰ বাবে অন্তৰত বৰ অনুতাপ কৰিলে। এনে এখন দেশ নাই যত ব্ৰাহ্মণ বা শ্ৰমণ আদিৰ নিচিনা লোকসকলে বাস নকৰে আৰু এনে এচমকা ঠাই নাই যত মানুহে এটা সম্প্ৰদায়ৰ ধৰ্ম্ম অনুসৰণ নকৰে। কলিঙ্গত ইমানবিলাক প্ৰজাক যে জলমগ্ন, ধ্বংস আৰু দাস কৰা হল তাৰ বাবে দেৱপ্ৰিয় স্বৰ্গদেৱে আজি হেজাৰ গুণে কষ্ট অনুভৱ কৰিছে। দেৱপ্ৰিয় স্বৰ্গদেৱৰ আন্তৰিক ইচ্ছা যেন সকলো প্ৰাণী নিৰাপদে থাকিব পাৰে, জীৱৰ প্ৰতি অহিংসা ভাব যেন উদয় হয়, সুখ-শান্তি যেন বিৰাজ কৰে আৰু পৰস্পৰৰ আচাৰ-[illegible]ৰেত যেন দয়া প্ৰকাশ পায়।”

উপ[illegible] নামেৰে এজন বৌদ্ধ-সন্যাসীয়ে অশোকক শৰণ দিছিল [illegible] অশোকে বৌদ্ধ ধৰ্ম্ম ৰাজধৰ্ম্ম কৰিছিল। তেওঁ ৰজা



হৈয়ো বৌদ্ধ সন্যাসীৰ দৰে ত্যাগৰ জীৱন সাৱোগত কৰি লৈছিল। জীৱনৰ বাকীছোৱা কালত বৌদ্ধ ধৰ্ম্ম প্ৰচাৰ কৰিবৰ বাবে তেওঁ সৰ্ব্বশক্তি প্ৰয়োগ কৰিছিল। তেওঁৰ ৰাজত্বৰ একুৰি এবছৰত তেওঁ তীৰ্থ ভ্ৰমণৰ বাবে ভিক্ষুৰ বেশেৰে বাহিৰ ওলাইছিল। তেওঁ উত্তৰ বিহাৰত থকা তীৰ্থ-স্থানবোৰ দৰ্শন কৰিছিল। আজিকালি নেপালৰ ভিতৰত পৰা লুম্বিনী নামেৰে গৌতম বুদ্ধৰ জন্মস্থানলৈ গৈছিল. ৰাজকোঁৱৰ গৌতমৰ বাসস্থান কপিলাবস্তু, নিৰ্ব্বাণ-প্ৰাপ্তিৰ ঠাই বোধগয়া, বুদ্ধৰ প্ৰচাৰ-কেন্দ্ৰ সাৰনাথ আৰু নিৰ্ব্বাণ-প্ৰাপ্তিৰ স্থান কুশিনগৰলৈকো তেওঁ পদব্ৰজে গৈছিল।

অশোকে যদিও বৌদ্ধধৰ্ম্ম লৈছিল সেই বুলি তেওঁ কেতিয়াও নিকপ্‌কপীয়া নাছিল। তেওঁৰ অন্তৰ মুকলি. মনৰ ভাব ওখ আৰু আন ধৰ্ম্মৰ প্ৰতিও শ্ৰদ্ধাশীল আছিল। বৌদ্ধ ধৰ্ম্মক তেওঁ সত্য ধৰ্ম্ম বুলি গ্ৰহণ কৰিছিল সঁচা তথাপি আন ধৰ্ম্মৰ মানুহক তেওঁ কোনো দিনে অৱজ্ঞাৰ চকুৰে চোৱা নাছিল, উৎপীড়ণ কৰা নাছিল আৰু গাৰ বল খটাই জোৰ-জুলুম কৰি নিজ মত প্ৰৱৰ্ত্তা-বলৈ চেষ্টা কৰা নাছিল। তেওঁ আন্তৰিকভাবে ইচ্ছা কৰিছিল —সকলো সম্প্ৰদায়ৰ লোকে যাতে উৎপীড়িত নোহোৱাকৈ তেওঁৰ ৰাজ্যত বাস কৰিব পাৰে। সকলো সম্প্ৰদায় আৰু ধৰ্ম্মৰ লোকেই ইন্দ্ৰিয় সংযম আৰু আত্মাৰ পৱিত্ৰতা কামনা কৰে কিন্তু সংসাৰৰ প্ৰতি আসক্তিত ভোল গৈ মানুহে মুখে[illegible]ন ভাবে কয়, কাৰ্য্যত তাক সম্পূৰ্ণভাবে পালন কৰিব নো[illegible] দান,

ভিক্ষা আদি নকৰিলেও সকলো মানুহেই ইন্দ্রিয় দমন কৰিব পাৰে, আত্মা পৱিত্র কৰিব পাৰে আৰু অকপট হব পাৰে। তেনে হোৱাটো বাঞ্ছনীয় আৰু প্ৰশংসনীয় বুলি অশোকে কৈছিল।

সেই সময়ত বৌদ্ধ ধৰ্ম্মৰ নানান মতবাদে দেখা দিছিল। সেই ভিন ভিন মতবাদবিলাকৰ সমন্বয় কৰি ভগৱান বুদ্ধৰ প্ৰকৃত মত উদ্ধাৰ কৰিবৰ উদ্দেশ্যে অশোকে বৃদ্ধ আৰু প্ৰবীণ বৌদ্ধসকলক গোট খুৱাই পাটলিপুত্ৰ নগৰত এখন বৰ ডাঙৰ বৌদ্ধ মহামেল পাতিছিল।

অশোকে জন-সাধাৰণৰ মাজত ধৰ্ম্মভাব জগাই তুলিবৰ বাবে ধৰ্ম্মোৎসৱ উপলক্ষে বিৰাট সমদলৰ ব্যৱস্থা কৰিছিল। প্ৰজাৰ নীতি-ধৰ্ম্মত চকু ৰাখিবৰ বাবে তেওঁ ধৰ্ম্ম মহামাত্ৰ নামেৰে এদল নিপুণ ৰাজবিষয়া নিযুক্ত কৰিছিল। মানুহক ধৰ্ম্ম শিক্ষা দিবৰ বাবে ধৰ্ম্মযাজক পাতিছিল। তেওঁ কৈছে—"ধৰ্ম্মৰ উন্নতি আৰু সংস্থাপনৰ নিমিত্তে এই বিষয়াসকলে সকলো সম্প্ৰদায়ৰ লোক-সকলেৰে মিলি ফুৰে। তেওঁবিলাকে ব্ৰাহ্মণ-ক্ষত্ৰিয়, ধনী, দুখীয়া, যৱন কাম্বোজ, গান্ধাৰ, সৌৰাষ্ট্ৰ আৰু আন আন জাতি-বিলাকৰ লগত আহ-যাহ কৰে আৰু তেওঁবিলাকৰ দুখ-দুৰ্গতি আঁতৰাবৰ যত্নত থাকে।"

অশোকৰ চেষ্টাত ভাৰতবৰ্ষৰ বহু ঠাইত বৌদ্ধ ভিক্ষুসকলৰ সঙ্ঘ গঢ়[illegible]ছিল। কেৱল নিজৰ দেশৰ ভিতৰতে ধৰ্ম্ম বিলাই তেওঁ [illegible] থকা নাছিল। নিজৰ পুতেক মহেন্দ্ৰ (কোনো



কোনোৰ মতে ভায়েক) আৰু জীয়েক সঙ্ঘমিত্ৰাক পঠিয়াই তেওঁ সিংহলত বৌদ্ধ ধৰ্ম্ম প্ৰচাৰ কৰিছিল। তিব্বত ব্ৰহ্মদেশ, শ্যাম, কম্বোডিয়া, চীন, মঙ্গোলিয়া, কোৰিয়া, জাপান আফ্ৰিকা আনকি সুদূৰ য়ুৰোপলৈকো তেওঁ বুদ্ধৰ বাণী বিলাবলৈ ধৰ্ম্মপ্ৰচাৰক পঠিয়াইছিল। অশোকৰ চেষ্টাতেই গোটেই পৃথিৱীতে বৌদ্ধ ধৰ্ম্ম প্ৰচাৰ হয়। বুদ্ধৰ জন্মভূমি ভাৰতবৰ্ষত আজি বৌদ্ধ লোকৰ সংখ্যা ইমান তাকৰ যে নাই বুলিলেই হয় কিন্তু অশোকে দীক্ষিত কৰা চীন, জাপান, ব্ৰহ্মদেশ আদিত আজিও বৌদ্ধ ধৰ্ম্মৰ পূৰ্ণ পয়োভৰ চলিয়েই আছে। আজিও পৃথিৱীত তিনি ভাগৰ এভাগ মানুহে বুদ্ধৰ ধৰ্ম্মমত পালন কৰি অশোকৰ জয়গান গাইছে।

বৌদ্ধ ধৰ্ম্মৰ সাৰ কথাবোৰ আৰু ভগৱান বুদ্ধৰ বহুমূলীয়া বাণীবোৰ অশোকে শিলৰ খুটাত আৰু পৰ্ব্বতৰ গাত কাটি প্ৰচাৰ কৰিছিল। যাতে দেশৰ সৰ্ব্বসাধাৰণ মানুহে সেইবোৰ সহজতে বুজি পাব পাৰে সেই বাবে সেই উপদেশাৱলী সেই সময়ত প্ৰচলিত প্ৰাকৃত (পালি) ভাষাত আৰু ব্ৰাহ্মী আখৰেৰে লিখা হৈছিল। এই ব্ৰাহ্মী আখৰৰ পৰাই হিন্দী, অসমীয়া, বঙালী আদি আধুনিক ভাৰতীয় ভাষাৰ বৰ্ণমালাৰ জন্ম হৈছে।

এইবোৰৰ পৰা অশোকৰ ৰাজত্বৰ বিষয়ে বিশেষ একো কথা জানিবলৈ নেপাওঁ, কেৱল মাথোন তাত ধৰ্ম্ম আ[illegible]ীতিহে শিক্ষা দিয়া হৈছে। তেওঁ কয় বোলে ইহকালত ম[illegible]ধবলৈ হলে ধৰ্ম্মলৈ বৰ আগ্ৰহ হব লাগে। শাসন কাৰ্য্যত ধ[illegible]াইনত

ধৰ্ম্ম, ধৰ্ম্মেৰে উন্নতি, ধৰ্ম্মেৰে শান্তি স্থাপন হব লাগে। অশোকে এটি আজ্ঞাত কৈছে—‘প্ৰিয়দৰ্শী মহাৰাজৰ আদেশ এই—ধৰ্ম্ম অতি উৎকৃষ্ট। কিন্তু ধৰ্ম্মনো কি বস্তু? কাকো অলপো অপকাৰ নকৰা আৰু যিমান পৰা যায় উপকাৰ কৰা, দয়া, করুণা, সত্য আৰু জীৱনৰ পৱিত্ৰতাই ধৰ্ম্ম।” অশোকে কয় —“মানুহে নিজৰ গুণটোহে দেখে, দোষটো হলে কেতিয়াও নেদেখে। ই হলে বৰ অন্যায় কথা। পৰক নিন্দা কৰিব নেপায় আৰু পৰশ্ৰীকাতৰ হব নেপায়।”

তুকুৰি বছৰ ধৰি অশোকে এক বিশাল সাম্ৰাজ্য শাসন কৰিছিল। তেওঁৰ ৰাজ্যই আছিল ৰামৰাজ্যৰ নিচিনা ধৰ্ম্মৰাজ্য। অশোক প্ৰজাবৎসল নৃপতি আছিল সেই বাবে তেওঁৰ প্ৰজাবিলাকৰ উভৈনদী সুখ-সমৃদ্ধি আছিল। প্ৰজাৰ কেনেকৈ উন্নতি সাধন হয় সেয়ে আছিল অশোকৰ একমাত্ৰ চিন্তা। তেওঁ আদেশ দিছিল যে প্ৰজাবিলাকৰ সংবাদ আনিবৰ ভাৰ থকা বিষয়াসকলে সকলো সময়তে আৰু সকলো ঠাইতে তেওঁৰ কাষ চাপিব পাৰিব। প্ৰজাৰ মঙ্গলৰ বাবে কৰিবলগীয়া কামত অলপো গহৰি নকৰিবলৈ তেওঁ আদেশ দিছিল। উপদেশতকৈ আৰ্হি ভাল। অশোকে সেই বাবে নিজেই বৌদ্ধধৰ্ম্মৰ নীতিবোৰ পালন কৰিছিল যাতে আনেও তেওঁৰ আৰ্হি লব পাৰে। তেওঁৰ নিজৰ ৰাজ্যত আৰু বিদেশতো মানুহ আৰু পশুৰ বাবে চিকিৎসালয় পাতি দিগ্নি[illegible]চায়ে ঠাই নানা প্ৰকাৰ বনৌষধি গছ-লতা ৰোৱাই দিছি[illegible]। [illegible]ৰজাৰ ভোজনত লগাবৰ বাবে ইতিপূৰ্ব্বে শ শ পশু



আৰু চৰাই নিতৌ হত্যা কৰা হৈছিল। অশোকে নিৰামিষ আহাৰ গ্ৰহণ কৰি এই হত্যাকাণ্ড তুলি দিছিল। তেওঁৰ আগৰ নৃপতিসকলে মৃগয়া কৰি বৰ তৃপ্তি লাভ কৰিছিল। মৃগয়াৰ বিষয়ে কালিদাসে ‘শকুন্তলা’ নাটত এনেভাবে কৈছে—

“মৃগয়াই কৰে মেদ ক্ষয়
ক্ষীণ হয় বৃহৎ উদৰ
লঘু শৰীৰৰ জন্মে অসীম উচাহ
পৰিশ্ৰম কৰিলেও নহয় কাতৰ।
মুখ দেখিলেই চিনি
ক্ৰোধ আৰু ভয়ত যেতিয়া
পশুৰ চিত্তত জাগে বিকাৰৰ ভাব কেনেকুৱা।
চল চাই সেই সময়ত
লক্ষ্যভেদ কৰিব পাৰিলে
মৃগয়াৰ্থী কৰে লাভ আনন্দ কিমান!
মৃগয়াৰ সমান আনন্দ
জগতত নাই কদাচন।”

ক্ষত্ৰিয় নৃপতিসকলৰ এনে হেন আনন্দদায়ক আৰু লোভনীয় মৃগয়াকো অশোকে পৰিহাৰ কৰিছিল—অমাত নিৰীহ বনৰ জন্তুবিলাকৰ প্ৰতি করুণাত বিগলিত হৈ। তেওঁ গোটেই ৰাজ্যতে ঢোল পিটি শুনাই দিলে বোলে [illegible]ও অনাহকত প্ৰাণীহত্যা কৰিব নোৱাৰে। তেওঁ মৃগয়াত [illegible] পুৰুষ নৃপতিসকলৰ আন প্ৰকাৰৰ আমোদ-প্ৰমোদ[illegible]

২

নেপাইছিল। তেওঁ আনন্দ পাইছিল—ব্ৰাহ্মণ, শ্ৰমণ আৰু বৃদ্ধ লোকসকলক দৰ্শন কৰি, অৰ্থ দান কৰি, ধৰ্ম্ম-শিক্ষা আদি ধৰ্ম্মকাৰ্য্য কৰি আৰু প্ৰজাসকলক পৰিদৰ্শন কৰি। ভিখাৰীবিলাকে যাতে অনায়াসে জীৱনধাৰণ কৰিব পাৰে, অশোকে তাৰ দিহা কৰি দিছিল। কোনো ঠাইত যদি জীৱ-জন্তুৰ উপকাৰী কিবা ফলমূলৰ অভাৱ দেখিছিল, সেই ঠাইত আন ঠাইৰ পৰা আনি সেই লাগতিয়াল গছবোৰ ৰোৱাই দিছিল। ৰাজআলিৰ দাঁতিত মানুহ আৰু গৰুৱে পানী খাবলৈ পুখুৰী আৰু কুঁৱা খনাই দিছিল। জিৰাবলৈ কিছু দূৰ অন্তৰে অন্তৰে বিশ্ৰামৰ ঘৰ সজাই দিছিল আৰু আলিৰ দুয়ো কাষে ছাঁৰে জুৰ দিবলৈ আম, কঠাল আদি ফলবান গছবোৰ ৰোৱাই দিছিল। অশোকৰ এনে ধৰণৰ অলেখ মানৱহিতকৰ কামৰ কথা কৈ ওৰ পেলাব নোৱাৰি। মঙ্গলাচৰণৰ নিমিত্তে যে মানুহে নানা বিধৰ সকাম-নিকাম কৰে সেইবোৰ সুফলদায়ক বুলি অশোকে নেভাবিছিল। তেওঁ কৈছিল বোলে বন্দী-বেটী লগুৱা-লিকচৌক মৰম কৰা, শিক্ষক আৰু বন্ধু-বান্ধৱক সম্মান কৰা, জীৱৰ প্ৰতি কৰুণা, ব্ৰাহ্মণ-শ্ৰমণ আদিক দান-ভিক্ষা দিয়া এইবোৰহে আচলতে পুণ্য দিব পৰা ধৰ্ম্মৰ কাম। অশোকৰ ... আছিল যে তেওঁ শিক্ষা দিয়া কৰ্ম্মবোৰ আচৰণ ... মানুহে কলুষিত ইহ-জীৱন পৰিত্যাগ কৰি পৰজন্মত ... শান্তি লাভ কৰিব পাৰে। অশোকে মানুহক সদায়



শান্ত সৰল প্ৰকৃতিৰ আৰু মধুৰভাষী হবলৈ উপদেশ দিছিল। তেওঁৰ মতে নিজ সম্প্ৰদায়ৰ পক্ষপাতী হৈ কেতিয়াও আন সম্প্ৰদায়ৰ লোকক নিন্দা কৰিব নেলাগে। নিজৰ সম্প্ৰদায়ৰ লোকক অযথা ভাবে ওপৰলৈ তুলিব নেলাগে। আন পক্ষৰ লোকলৈকো পাবলগীয়া সন্মান আগবঢ়াব লাগে। তাকে নকৰিলে নিজ সম্প্ৰদায়ৰ প্ৰতি কৰ্ত্তব্য কৰা নহয় আৰু বিপক্ষৰ প্ৰতিও অন্যায় কৰা হয়। দান ভিক্ষা আদি দিয়া নিশ্চয় ভাল কাম কিন্তু তাতোকৈ ভাল কাম হৈছে—মানুহৰ নৈতিক গুণৰ উৎকৰ্ষ সাধনৰ অৰ্থে যত্নবান হোৱাটো আৰু ইজনে সিজনক আদৰ-সমাদৰ কৰিবলৈ শিক্ষা কৰাটো। এইবোৰ কেনে ভাল কথা ভাবি চোৱাচোন। আজিৰ মানুহে তাহানিয়ে অশোকৰ সোণ ৰূপৰ মুখৰ পৰা ওলোৱা এনেবোৰ সাৰুৱা কথা উপলব্ধি কৰিবলৈ জনা হলে আৰু সেইমতে চলা হলে এই পৃথিৱীয়ে এখন শান্তিৰ নন্দন-কানন নহলহেতেন জানো ?

অশোকৰ যুগ ভাৰতৰ ভাস্কৰ্য্য আৰু স্থাপত্য বিদ্যাৰ উন্নতিৰ যুগ। পাটনাৰ ওচৰত অশোকৰ ৰাজকাৰেঙৰ ভগ্নাৱশেষ আৱিষ্কৃত হৈছে। সেই কাৰেং ইটা আৰু পাথৰেৰে সজা হৈছিল। অশোকৰ ককাক চন্দ্ৰগুপ্তৰ কাৰেং হলে কাঠেৰে সজোৱা হৈছিল।

অশোকৰ দিনত ইটা আৰু পাথৰেৰ সজোৱা ফ... স্তম্ভ, স্তূপ, মন্দিৰ, মূৰ্ত্তি, কাৰেং আদি নিৰ্ম্মাণ কৰা ... সেইবোৰৰ কলা-কৌশল আৰু কাৰুকাৰ্য্য অতু...



পৃথিবীৰ দৰ্শকৰ মন আজিও সেইবোৰে অশোকৰ প্ৰতি শ্ৰদ্ধা আৰু ভক্তিত আপ্লুত কৰি তোলে। ওপৰত উল্লেখ কৰা একোটা স্তম্ভ এটা। এটা শিল কাটি কৰা হৈছিল। সেই যুগত



সকলোবোৰ কীৰ্ত্তি আজি দেখিবলৈ পোৱা নেযায়। সাৰনাথৰ …আৰু ভূপাল ৰাজ্যৰ সাঁচি স্তূপ আজিও জিলিকি আছে। …থৰ অশোক-চক্ৰই সৰ্ব্বোত্তম আৰু শিল্প-কলা-কৌশলৰ … পৰাও চিৰনতুন আৰু চিৰসুন্দৰ। দুহেজাৰ বছৰৰ



পূৰ্ব্বে এই স্তম্ভ নিৰ্ম্মিত হৈছিল কিন্তু আজিও তাৰ সৌন্দৰ্য্য অটুট হৈ আছে। স্তম্ভটোৰ মূৰত চাৰিটা সিংহৰ মূৰ্ত্তি এনে আশ্চৰ্য্য কৌশল খটাই সজা হৈছিল যে যিফালৰ পৰাই চোৱা যায় সেই ফালৰ পৰাই তিনিটা সিংহৰ মূৰ্ত্তি চকুত পৰে। মূৰ্ত্তিৰ কাৰুকাৰ্য্য এনে বাছকবনীয়া যে দেখিলে সেই কেইটাক শিলৰ সিংহ বুলি কোৱা টান। এনে ভাব হয় যেন তিনিটা জীয়া সিংহহে হাবিৰ পৰা ওলাই গৈ স্তম্ভৰ ওপৰত থম্ থম্‌কৈ বহি আছে। সিংহৰ মূৰ্ত্তি কেইটাৰ তলত স্তম্ভটোৰ গাত এটা চক্ৰ কাটি থোৱা হৈছে—তাৰ নামেই ধৰ্ম্মচক্ৰ বা অশোক-চক্ৰ। বুৰঞ্জীপ্ৰসিদ্ধ সাৰনাথ নামেৰে ঠাই আজিকালিৰ কাশী বা বেনাৰছৰ ওচৰত। ভগৱান বুদ্ধদেৱে বুদ্ধগয়াত জ্ঞান লাভ কৰিছিল। এই সাৰনাথতে তেওঁ জ্ঞানৰ পোহৰ বাইজৰ মাজত বিলাইছিল। সাৰনাথতে তেওঁ জয়-জয়তে ধৰ্ম্মচক্ৰ ঘূৰাইছিল আৰু এই ধৰ্ম্মচক্ৰ অৰ্থাৎ বুদ্ধৰ পৱিত্ৰ বাণী সাৰনাথকে কেন্দ্ৰ কৰি গোটেই পৃথিৱীতে বিয়পি পৰিছিল। মুঠতে কবলৈ হলে এই ধৰ্ম্মচক্ৰ অহিংস-নীতিৰ জ্বলন্ত প্ৰতীক। ভাৰতে আজি স্বাধীনতা লাভ কৰি অশোকৰ এই ধৰ্ম্মচক্ৰকে ত্ৰিৰঙ্গৰঞ্জিত জাতীয় পতাকাত স্থান দিছে। যেনেকৈ ৰাজৰ্ষি অশোকৰ ৰাজত্ব কালত সাৰনাথকে কেন্দ্ৰ কৰি এই ধৰ্ম্মচক্ৰই প্ৰেম-শান্তি-অহিংসাৰ আৰু ভাতৃভাবৰ … দেশ-বিদেশত প্ৰচাৰ লাভ কৰিছিল আজিও যেন ঠিক তে… মহাপ্ৰাণ অশোকৰ ৰাজত্ব কালৰ দৰেই আমাৰ ত্ৰিৰঙ্গৰ…

চক্ৰান্বিত জাতীয় পতাকায়ো বিশ্বৰ দুৱাৰে দুৱাৰে সেই শান্তিৰ বাণীকেই প্ৰচাৰ কৰে—ইয়াকে সকলো ভাৰতবাসীয়ে অন্তৰৰ পৰা কামনা কৰে। এতেকে অশোক আমাৰ ধুনীয়া পৃথিৱী-খনৰ পৰা আঁতৰ হৈ যাবৰ শ শ বছৰ পাৰ হৈ গল যদিও তেওঁৰ মহান আদৰ্শ ভাৰতবাসীৰ অন্তৰত এতিয়াও তেজাল হৈ আছে নহয় জানো ?

চমুৱাই কবলৈ লগে—অশোক ৰজা হৈয়ো মগনিয়াৰ আছিল, গৃহী হৈয়ো তেওঁ সন্যাসীৰ ব্ৰত লৈছিল, প্ৰভু হৈয়ো সেৱকৰ কাম কৰিছিল, প্ৰজাৰ সুখৰ কাৰণে মানুহৰ অন্তৰৰ উন্নতিৰ কাৰণে তেওঁ জীৱনৰ সকলো সুখ-ভোগকেই হাঁহি হাঁহি ত্যাগ কৰিছিল। তেওঁৰ সাম্ৰাজ্য অতিশয় বিশাল আছিল। দক্ষিণ ভাৰতৰ চেৰা, চোল, পাণ্ড্য প্ৰভৃতি কেইখনমান সৰু ৰাজ্যৰ বাহিৰে প্ৰায় গোটেই ভাৰতবৰ্ষ, আফগানিস্থান আৰু বেলুচিস্থান তেওঁৰ সাম্ৰাজ্যৰ ভিতৰত আছিল। তেওঁৰ মৃত্যুৰ কেইবছৰমান পিছতে সেই সুবিশাল সাম্ৰাজ্য থানবান হৈ নাইকিয়া হৈ গল কিন্তু ৰাজৰ্ষি অশোকে পৃথিৱীৰ মানুহৰ অন্তৰত যি প্ৰেম-মৈত্ৰী আৰু শান্তিৰ সাম্ৰাজ্য গঢ়ি থৈ গল সেই ৰাজ্য যুগমীয়া, তাৰ ধ্বংস নাই।





# মহাবীৰ আলেক্‌জেণ্ডাৰ

যিশুখৃষ্টৰ জন্মৰ ৩২৩ শকৰ পূৰ্ব্বে ৯ জুনৰ দিনা আবেলি গ্ৰীক সেনাপতি চেলুকছে চকু চলচলীয়াকৈ আহি তেওঁৰ মৰমৰ জীয়েক হেলেনক কলে—"শুনিছা নে আইটী হেলেন! আজি আমাৰ বীৰ সম্ৰাট আলেক্‌জেণ্ডাৰৰ মৃত্যু হৈছে।"

হেলেনে আচৰিত হৈ সুধিলে—"এই করুণ বাতৰিটি ইমান লৰালৰিকৈ কোনে দিলে দেউতা ?"

ইয়াৰ উত্তৰত চেলুকছে কলে,—"মৰমৰ আইকণ! বেলিমাৰ যোৱা বতৰা পৃথিৱীক কোনোবাই দিব লাগে নে ?"

এনে সূৰ্য্যসদৃশ প্ৰতাপী বীৰ আছিল আলে[illegible] একুৰি বাৰ বছৰ মাথোন আয়ুস লৈ পৃথিৱীৰ বীৰসকলৰ

এজন বীৰ বুলি তেওঁ চিনাকি দি গ'ল। মানুহৰ জীৱনৰ জোখ আয়ুসেৰে নহয়—কামেৰেহে হয়। অসম মাতৃৰ আদৰৰ পুত্ৰ আনন্দৰাম বৰুৱাও একুৰি উনৈশ বছৰহে মাথোন জীয়াই আছিল। সেইখিনি সময়তে তেওঁ পৃথিৱীৰ পণ্ডিতসকলৰ শাৰীত এডুখৰি ঠাই অধিকাৰ কৰি গ'ল।

সুদূৰ গ্ৰীচ দেশত মেছিডন বুলি এখন সৰু ৰাজ্য আছে। সেই ৰাজ্যৰ ৰজা আছিল ফিলিপ। ফিলিপৰ মাদৈৰ নাম আছিল অলিম-পাছ। এওঁ আছিল ওচৰৰ এপিৰাছ বুলি ৰাজ্যৰ ৰাজকুঁৱৰী। কুমাৰ আলেক্‌জেণ্ডাৰ এওঁলোকৰেই একমাত্ৰ পুত্ৰ। আলেকজেণ্ডাৰৰ মাক অতি উগ্ৰ স্বভাৱৰ তিৰোতা আছিল বুলি অনেকেই কোৱামেলা কৰে। এওঁৰ ওচৰত আলেক্‌জেণ্ডাৰ থৰহৰি কঁপি আছিল। তেওঁ কোনো কোনো ঠাইত কৈ গৈছে—"মই একমাত্ৰ মোৰ আইৰ বাহিৰে কালৈকো ভয় নকৰোঁ। তেওঁক দেখিলেই ভয় আৰু ভক্তিত মোৰ মূৰ দো খায়।" পিতৃ ফিলিপে তেওঁৰ শিক্ষাৰ কাৰণে সেই সময়ৰ বিখ্যাত গ্ৰীক্ পণ্ডিত এৰিষ্টটলক শিক্ষক নিযুক্ত কৰে। যুদ্ধ-বিদ্যা, নৌ বিদ্যা শিক্ষা দিয়াৰ ভাৰ তেওঁ নিজেই ললে। লৰাছোৱালীৰ কোমল মনত পিতৃ-মাতৃ আৰু শিক্ষাগুৰুৰ শিক্ষাই যি চাব বহুৱায় সি গোটেই জীৱনতে প্ৰভাৱ বিস্তাৰ ...নথাকে।

...গ্ৰা...। ... এটা ঘটনাৰ পৰাই আলেক্‌জেণ্ডাৰ যে সময়ত ...। ...তীয় বীৰ হব বাপেকে ভালকৈ বুজিলে। আলেক্-



জেণ্ডাৰ তেতিয়া চৈধ্যবছৰীয়া চেমনীয়া লৰা। সেই সময়ত এদিন



এজন সাউদে তেনেই বনৰীয়া প্ৰকৃতিৰ ঘোঁৰা এটি বো... ফিলিপৰ ওচৰলৈ লৈ আহিল। সেই ঘোঁৰাত মানুহ উঠক ...

তাৰ ওচৰ চাপিবলৈহে কাৰো সাহ নহল। তেতিয়া আলেক্‌জেণ্ডাৰে সেই ঘোঁৰা কিনিবলৈ বাপেকক কৈ পোনচাটেই তাৰ বাবৰিকোছাত খামোচ মাৰি একে জাপেই তাৰ পিঠিত উঠি ললে। ঘোঁৰাই বায়ুবেগে চেকুৰ মেলি বিজুলী সঞ্চাৰে আলেক্‌জেণ্ডাৰক কলৈ উৰুৱাই লৈ গ'ল কোনেও টলকিবকে নোৱাৰিলে। ফিলিপে ভাবিলে—লৰা নিশ্চয় কৰবাত চিটিকি পৰি মৰি থাকিব। কিন্তু কি আচৰিত—আলেক্‌জেণ্ডাৰে সেই ঘোঁৰা সম্পূৰ্ণ বশ কৰি তাৰ পিঠিত উঠি পুনৰ বাপেকৰ আগত উপস্থিত। দেখা পাই ফিলিপে অতি সন্তোষিত হৈ কলে, —"ধন্য সোণটি মোৰ! তই এজন দিগ্‌বিজয়ী বীৰ হবি। মেছিদনতকৈও তোৰ ৰাজ্য বহল হব।" এই ঘোঁৰাটিৰ নাম থলে 'বুচিফেলাছ'। এই বিখ্যাত নাম আজিও বুৰঞ্জীৰ পাতত জিলিকি আছে। আমাৰ ভাৰতৰ ৰাজপুত বীৰ ৰাণা প্ৰতাপ সিংহৰো 'চৈতক' নামেৰে তেনে জগৎবিখ্যাত ঘোঁৰা এটি আছিল।

ফিলিপে অলিম্পিয়াছৰ দৰে সাধ্বী ভাৰ্য্যা আৰু আলেকজেণ্ডাৰৰ দৰে বীৰ পুত্ৰ থকা স্বত্বেও ক্লিওপেট্ৰা বুলি এগৰাকী সুন্দৰী গাভৰু বিয়া কৰালে। এই বিয়া বিয়া নহৈ বিহত পৰিণত হ'ল। অলিম্পিয়াছে খঙতে নিজৰ চুলি ছিগি পেলালে। মাতৃ-[illegible] আলেকজেণ্ডাৰে মাকক বুজাই-বৰাই ওচৰৰ এখন পৰ্ব্বতত [illegible] সতি কৰি থাকিলগৈ। অলপ দিনৰ ভিতৰতে ফিলিপক [illegible]বাই গোপনে হত্যা কৰিলে। দ্বিতীয়া পত্নীৰ সতি-সন্তান নথকাত ৰাজ্যৰ বৰমূৰীয়া ডা-ডাঙৰীয়াসকলৰ অনুমোদন



মতে ৰাজ্যৰ সকলো বিষয়-বাব বুজিলৈ আলেকজেণ্ডাৰ ৰাজপাটত বহিল। কিন্তু ৰাজ্যৰ কোনো কোনো লোকে এই হত্যাৰ গুৰি আলেকজেণ্ডাৰ আৰু তেওঁৰ মাক বুলি বু-বু-বা-বা নকৰাকৈ নেথাকিল। পানীৰ ঢৌ সময়ত আপোনাআপুনি মাৰ যোৱাৰ দৰে এই নিন্দনীয় ঘটনাও সময়ত মাৰ গ'ল। অলপ দিনৰ পিছতে মাহীমাকৰ লৰা এটি উপজিল। এই লৰাটিকো মাকৰ কোলাতে শুইথকা অৱস্থাতে কোনোৱাই বিহ খুৱাই মাৰিলে। মাহীমাকে পুত্ৰশোকত আত্মহত্যা কৰিলে। এই ঘটনাত বীৰ-হৃদয়ৰ আলেকজেণ্ডাৰ মৰ্ম্মাহত হ'ল।

জ্ঞানী শিক্ষক এৰিষ্টটলৰ শিক্ষাৰ পৰা আলেকজেণ্ডাৰে উদাৰ আৰু বহল মনৰ চিনাকি দি গৈছে। শত্ৰুৰ গাতো তেওঁ গুণ আৰু মহৎ ভাব লক্ষ্য কৰিছিল। দিগবিজয়ৰ অদম্য উৎসাহ লৈ জন্ম ধৰিলেও কেতিয়াবা কেতিয়াবা ঐশ্বৰ্য্য-বিভূতি অসাৰ বুলি সেইবোৰলৈ একেবাৰে লোভ এৰি দিব পৰা শক্তি আলেক-জেণ্ডাৰে লাভ কৰিছিল। বাপেকৰ পৰা বিপদক মষীমূৰ কৰিব পৰা ক্ষমতা তেওঁ লাভ কৰিছিল। যুক্তিৰে বুজাই দিব পাৰিলে তেওঁ শত্ৰুৰ কথাও মানি লৈছিল কিন্তু শত্ৰুৰ দাম্ভিক কথা প্ৰায়ে সহিব নোৱাৰিছিল।

ৰাজপাটত উঠিয়েই দেখিলে যে ৰাজভড়াল তো[illegible] স্থল-বাহিনী, নৌ-বাহিনী বুলিবলৈ নাই। তেওঁৰ [illegible] কৰী শক্তি ইমান প্ৰখৰ আছিল যে অতি কম সময়[illegible]

স্থল-বাহিনী, জল-বাহিনী গঠিত কৰিলে আৰু ধনৰ অভাৱো নাইকিয়া কৰিলে।

আলেক্‌জেণ্ডাৰৰ প্ৰায় দু'শ বছৰৰ আগৰ কথা। সেই সময়ত পাৰস্য ৰাজ্য জয়-জয়-ময়-ময়। তাৰ সম্ৰাটে বলৰ দৰ্পত গ্ৰীচ দেশ আক্ৰমণ কৰি তাৰ নৰ-নাৰীক অনাহকত নানা শাস্তি দিছিল। বুৰঞ্জীত এই করুণ কাহিনীৰ সম্ভেদ পাই আলেকজেণ্ডাৰৰ অন্তৰত প্ৰতিহিংসাৰ জুই জ্বলিবলৈ ধৰিলে। সেই দেখি তেওঁ পোনতে পাৰস্য দিগ্‌বিজয় কৰিবলৈ সৈন্য সাজু কৰিলে। যোৱাৰ আগতে তেওঁৰ ৰাজ্যখনি ভাগ ভাগ কৰি তেওঁৰ বন্ধু-বান্ধৱক ভগাই দিলে। তাতে এজন বন্ধুৱে কলে,—"সম্ৰাট! আপুনি তেনেহলে কি ৰাখিলে?"

এই কথাৰ উত্তৰত তেওঁ ইয়াকে মাথোন কলে,—"আশা"।

তেতিয়া সেই বন্ধুজনে কলে,—"তেনেহলে সম্ৰাট! ময়ো প্ৰবল আশা বুকুত বান্ধি লৈ এই দিগ্‌বিজয়ত আপোনাৰ সোঁহাত হৈ ওলালোঁ।" তেওঁ এই বন্ধুজনৰ বিয়োগত বৰ দুখ পাই পানী এটুপিকে নেখাই কেইবা দিনো উপবাস কৰিছিল। এনে মিত্ৰবৎসল লোক জগতত বিৰল।

তেওঁ বিপুল বাহিনীৰ সহায়ত ধুমুহাৰ দৰে পাৰস্য ৰাজ্যত প্ৰৱে[illegible] কৰি তাৰ সম্ৰাট ডেৰায়ছক বন্দী কৰি লৈ আহিল। [illegible] তলতীয়া কৰিলে। ডেৰায়ছ বন্দী অৱস্থাত থাকোঁতে [illegible]ণ্ডাৰে ছাউনীৰ অলপ দূৰৈত কাৰবাৰ করুণ কান্দোন [illegible]নুসন্ধান কৰি পালে যে সম্ৰাট-মহিষীয়ে বিপদত পৰি



কান্দিছে। আলেকজেণ্ডাৰে সসম্মানে তেওঁক অনাই সম্ৰাটৰ ওচৰলৈ পঠিয়াই দিলে। লগে লগে সম্ৰাটকো মুক্তি দি তলতীয়া প্ৰজা হিচাপে থাকিবলৈ আদেশ দিলে। ইয়াৰ কিছু দিনৰ পিছত কোনোৱাই ডেৰায়ছক হত্যা কৰি তেওঁৰ শটো আলিৰ দাঁতিত পেলাই থৈছিল। এই দৃশ্য দেখি আলেক্‌জেণ্ডাৰৰ হিয়া চিৰাচিৰ হ'ল! তেওঁ সেই মৃত শৰীৰ নিজৰ গাৰ চোলাটোৰে ঢাকি সসম্মানে তেওঁৰ পূৰ্ব্বপুৰুষসকলৰ মৈদামৰ ওচৰত তেওঁক মাটি দিয়ালে। এনে মহৎ হৃদয়ৰ বীৰ ৰাণা প্ৰতাপত বাহিৰে পৃথিবীত আৰু কোনোবা আছিল বুলি বিশ্বাস নহয়।

পাৰস্য জয় কৰি বিজুলীসঞ্চাৰে মিছৰ, তুৰ্কিস্থান, পাৰচিপোলিচ্, এছিয়া মাইনৰ আদি ঠাইত তেওঁৰ বিজয় পতাকা উৰুৱালে। মিছৰত তেওঁৰ নামৰ আলেকজেন্দ্ৰিয়া নগৰে আজিও তেওঁৰ অক্ষয় কীৰ্ত্তি ঘোষণা কৰি আছে। ইয়াৰ পিছত তেওঁ আফ্‌গানিস্থান জয় কৰি পৱিত্ৰ ভাৰতভূমিত উপস্থিত হ'ল। তেওঁ সিন্ধু নদৰ পাৰত থিয় হৈ ভাৰতৰ অতুলনীয় প্ৰাকৃতিক শোভা আৰু সম্পদৰাশি দেখি মোহিত আৰু স্তম্ভিত হ'ল। সেই সময়ত পঞ্চনদৰ তীৰত পুৰু বুলি এজন ক্ষত্ৰিয় ৰজা আছিল। পুৰু ৰজাই দুশ হাতী লৈ আলেকজেণ্ডাৰৰ লগত থৈয়ানথৈয়া যুদ্ধ দিলে কিন্তু জয়লাভ কৰিব হলে নে[illegible] পুৰু বন্দী হল। তেওঁক শিকলিৰে বান্ধি গ্ৰীক সে[illegible] আলেকজেণ্ডাৰৰ আগলৈ আনিলে। দেখা পাই আলেক[illegible]

তেওঁক সুধিলে—"বন্দী! তুমি মোৰ পৰা কেনে ব্যবহাৰ পাম বুলি ভাবিছা?"

পুৰুৱে বুকু ফিন্দুৱাই উত্তৰ দিলে—"ৰজাৰ নিচিনা।"

বন্দী হলেও পুৰুৰ ওখ মূৰ তললৈ নমা নাছিল। আলেকজেণ্ডাৰে তেওঁৰ মুখৰ তেজোদ্দীপ্ত সমিধান শুনি নথৈ সন্তোষ লভিলে। পৰম সন্তুষ্ট হৈ আলেকজেণ্ডাৰে অকল মুকলি কৰিয়েই নেৰিলে, তেওঁ অধিকাৰ কৰা ৰাজ্যখিনিও পুৰু ৰজাক ঘূৰাই দিলে। আৰ্য্য হিন্দুৰ বীৰত্ব দেখি আলেকজেণ্ডাৰে তেওঁৰ সেনাপতিক কৈছিল—"সেনাপতি! এনে বীৰ জাতিৰ লগত যুঁজি হে মনত আনন্দ লাগে।"

সেই সময়ত মগধৰ ৰাজপাট লৈ ৰাজকোঁৱৰসকলৰ মাজত খোৱা-কামোৰা। শূদ্ৰানীৰ গৰ্ভজাত চন্দ্ৰগুপ্ত বুলি ৰাজকোঁৱৰ এজনক ভায়েক নন্দ ৰজাই তেওঁৰ ৰাজ্যৰ পৰা বাহিৰ কৰি দিছিল। চন্দ্ৰগুপ্তই আলেকজেণ্ডাৰৰ ছাউনীলৈ গৈ গোপনে যুদ্ধ-বিদ্যা শিকিছিল। এই অপৰাধত চন্দ্ৰগুপ্তক বিচাৰৰ অৰ্থে আলেক-জেণ্ডাৰৰ আগলৈ ধৰি অনা হ'ল। তেওঁ চন্দ্ৰগুপ্তক বন্দী কৰি থবলৈ সেনাপতিক আদেশ দিলে।

তেতিয়া কোঁৱৰ চন্দ্ৰগুপ্তই কৈ উঠিল,—"সম্ৰাট! মোক হত্যা নকৰি বন্দী কৰিব নোৱাৰিব। মই আপোনাক [illegible]ৰ বুলি ভাবি আছিলোঁ। কিন্তু আজি বুজিব [illegible]। আপুনি বীৰ নহয়, এজন কাপুৰুষ। এজন [illegible]ীন হিন্দু ৰজাকোঁৱৰে আপোনাৰ ছাউনীত যুদ্ধ-বিদ্যা



শিকোঁতেই তেওঁৰ ভয়ত আপুনি কম্পমান হৈ তেওঁক বন্দী কৰি থবলৈ আদেশ দিলে! আপুনি বীৰ নহয়, কাপুৰুষ, ভীৰু।"

এই বীৰোচিত কথাত আলেকজেণ্ডাৰ অতিশয় আনন্দিত হ'ল। চন্দ্ৰগুপ্তক তৎক্ষণাৎ এৰি দিবলৈ আদেশ দিলে আৰু কলে,—"ৰাজকুমাৰ! মই তোমাৰ কথাত অতি সুখী হলোঁ। লগতে ইয়াকো কলোঁ যে তুমি ভৱিষ্যতলৈ এজন পৰাক্ৰমী বীৰ হবা। সদৌ ভাৰতভূমি তোমাৰ পদানত হব। তুমি ভাৰতৰ এক-ছত্ৰী সম্ৰাট হবা।"

আলেক্‌জেণ্ডাৰে জীৱনত ভয় আৰু ভক্তি কৰিছিল একমাত্ৰ ভগৱান আৰু নিজৰ মাতৃক। মাকৰ আগত এই সিংহপুৰুষ বীৰজন থৰহৰি কঁপি আছিল। তেওঁ গুণীক আদৰ কৰিবলৈ কুণ্ঠিত নহৈছিল। তেওঁ যলৈকে গৈছিল তাতে গ্ৰীচৰ ৰীতি নীতি চলাবলৈ চেষ্টা কৰিছিল। পাৰস্য আক্ৰমণ কৰোঁতে এদিন চন্দ্ৰগ্ৰহণ হল। গ্ৰহণত অন্ধকাৰ হোৱাত সেনাপতিয়ে কলে—"সম্ৰাট! শত্ৰুক আক্ৰমণ কৰাৰ এয়ে উত্তম সময়"।

এই কথাত তেওঁ কলে,—"সেনাপতি! মই জয়মালা চুৰ কৰিবলৈ অহা নাই। মোৰ ক্ষমতাৰে দেখাদেখিকৈ মই ইয়াক আহৰণ কৰিম"।

অভিমানী সম্ৰাট হলেও সামান্য লোকৰো যুক্তিপূৰ্ণ কথা তেওঁ মানি লৈছিল। পুৰুক ৰাজ্য ঘূৰাই দি তেওঁ পূৱ[illegible] আগুৱাবলৈ মন মেলিলে। কিন্তু তেওঁৰ সৈন্যবিলাক বহু [illegible] কৰি ভাগৰিছিল আৰু সেই বাবে উলটি যাবলৈ [illegible]

হৈছিল। সেই কাৰণে তেওঁ উলটি ঘৰমুৱা হল। আদ বাটত বেবিলন নগৰত তেওঁ ইহলীলা সম্বৰণ কৰিলে। বিজয়ী পুত্ৰৰ বিয়োগ বাতৰিয়ে অলিম্পিয়াছক কাতৰ কৰিলে।

তেওঁৰ মৃত্যুৰ লগে লগে অধিকৃত বিশাল ৰাজ্য ভাগি-ছিগি চিনচাব নোহোৱা হ'ল। ভাৰতৰ অধিকৃত ঠাইখিনি সেনাপতি চেলুকছক দি গৈছিল। তাকো মগধৰ নৃপতি চন্দ্ৰগুপ্তই চেলুকছক পৰাস্ত কৰি নিজ ৰাজ্যৰ ভিতৰুৱা কৰি ললে।





# নেপোলিয়ন বোনাপাৰ্ট



আগৰ পাঠত তোমালোকে মহাবীৰ আলেকজেণ্ডাৰৰ বিষয়ে পঢ়িলাহঁক। আজি মই তোমালোকৰ আগত জগতৰ আন এজন সৰ্ব্বশ্ৰেষ্ঠ মহাবীৰৰ কথা কবলৈ ওলাইছোঁ। তেওঁৰ [illegible] নেপোলিয়ন বোনাপাৰ্ট। নেপোলিয়নৰ জীৱন-চৰিতৰ

মহাভাৰত ৰচনা কৰিব পাৰি। এই চুটি প্ৰবন্ধত সকলো কথা কোৱা সম্ভৱ নহয়। মই মাথোন তেওঁৰ জীৱনৰ অৰ তৰ পৰা থাপ মাৰি আনি তোমালোকৰ আগত তেওঁৰ বিষয়ে চমু আভাস এটি দিবলৈহে চেষ্টা কৰিম।

পৃথিৱীৰ ঠিক মাজতে—য়ুৰোপ মহাদেশৰ দক্ষিণত এখন মহাসাগৰ। সেই সাগৰৰ নাম হৈছে ভূমধ্য সাগৰ। সেই সাগৰৰ মাজত এটা সৰু দ্বীপ। সেই দ্বীপৰ নাম কৰ্ছিকা—ইতালি দেশৰ পৰা আঢ়ৈ কুৰি মাইল মাথোন দূৰৈত। এই দ্বীপ আছিল ইতালিৰ অন্তৰ্গত জেনোৱা ৰাজ্যৰ তলত। স্বাধীনচেতীয়া কৰ্ছিকাবাসীয়ে পৰাধীনতাৰ শিকলি ছিগি পেলাব খুজিছিল। সেই বাবে জেনোৱাৰ লগত লাগিছিল তেওঁলোকৰ থৈয়ানথৈয়া যুদ্ধ। গতি বিষম দেখি জেনোৱাই কৰ্ছিকা দ্বীপটোকে ফৰাচী চৰকাৰক বেচি দি ৰসতে নাম থলে। কিন্তু তথাপি যুদ্ধৰ শাম নেকাটিলে। ফৰাচী আৰু জেনোৱাৰ মাজত যুদ্ধ চলিয়েই থাকিল।

১৭৬৯ খৃষ্টীয় শকৰ ১৫ আগষ্ট—এই দিনটো পৃথিৱীৰ বুৰঞ্জীত লিখি ৰাখিবলগীয়া তাৰিখ। সেই দিনা কৰ্ছিকা দ্বীপৰ ৰণক্ষেত্ৰত নেপোলিয়ন বোনাপাৰ্টৰ জন্ম হৈছিল। তেওঁৰ বাপেকৰ নাম কাৰ্লো বোনাপাৰ্ট—আইন ব্যৱসায়ী হলেও কৰ্ছিকাৰ যুদ্ধত তেওঁ অন্যতম সেনাপতি স্বৰূপে হাতত অস্ত্ৰ তুলি [illegible] নেপোলিয়নৰ মাকৰ নাম আছিল লেটিজিয়া [illegible]নো।



ইতালিৰ বিখ্যাত বোনাপাৰ্ট পৰিয়ালটোৱে ষোল শতিকাতে কৰ্ছিকালৈ উঠি আহে আৰু তাতো বোনাপাৰ্ট পৰিয়াল নামেৰেই জনাজাত হয়। কাৰ্লো বোনাপাৰ্টৰ পাঁচটি লৰা আৰু তিনিজনী ছোৱালী। তেওঁলোক হৈছে—জোছেফ, নেপোলিয়ন, লুছিয়েন, লুইছ, জেৰোম, কেৰোলিন, এলাইজ আৰু পলিন।

যি মূলা বাঢ়িব তাৰ দুপাততে চিন। কুমলীয়া নেপোলিয়নৰ খেল-ধেমালিবোৰতে তেওঁৰ ভৱিষ্যত জীৱনৰ সোণালী ৰেঙণি দেখা গৈছিল। তেওঁৰ খেলৰ সামগ্ৰী আছিল এখন কাঠৰ তৰোৱাল। অকলে অকলে বহি বেৰৰ দেৱালত আঁকে তেওঁ যুদ্ধৰ ছবি। চুবুৰীয়াৰ লৰাবিলাকৰ লগত তেওঁ খেলে যুদ্ধৰ খেল। লগৰীয়াবিলাকৰ মাজত হয় তেওঁ দলপতি। যিফালে থাকে বালক নেপোলিয়ন—সেই ফালেই হয় জয়।

দেউতাক কাৰ্লোৱে নেপোলিয়নৰ মনটো সৈনিক জীৱনৰ ফালে ঢাল খোৱা যেন দেখি পুতেক দুটিক ফৰাচী ৰাজ্যলৈ নি এটা ডাঙৰ মানুহৰ লৰা-ছোৱালীয়ে পঢ়া সৈনিক-বিদ্যালয়ত নাম লিখি দিলে। কৰ্ছিকাত দুখীয়া বাপেকৰ ঘৰত জন্ম লোৱাৰ বাবে নেপোলিয়নে সহপাঠী অভিজাত ফৰাছী ছাত্ৰসকলৰ পৰা সততে নানা ঠাট্টা-মস্কৰা শুনিবলগীয়া হৈছিল। তেওঁ সিহঁতক কৈছিল—"কেইদিনমান বাট চোৱা। মই ডাঙৰ হৈ লওঁ, তাৰ পিছত দেখিবা কৰ পানী কলৈ যায়। ফৰাচীবিলাকৰ [illegible] কৰিহে এৰিম।" লৰা নেপোনিয়ান বৰ নিৰ্জ্জনতাপ্ৰিয় [illegible] আৰু গোৱাৰগোবিন্দ আছিল। শিক্ষকসকলে তেওঁ[illegible]

কৰিবলৈ টান পাইছিল। এদিন কিবা এটা কথাত এজন শিক্ষকে তেওঁক আঁঠু লৈ বহি আহাৰ খাবলৈ কোৱাত তেওঁ কৈছিল—"সেইটো হব নোৱাৰে। আৱশ্যক হলে থিয় দিয়েই মই আহাৰ খাম কিন্তু তথাপি মই আঁঠু লৈ বহিব নোৱাৰোঁ কিয়নো মোৰ পৰিয়ালৰ কোনেও ঈশ্বৰৰ বাহিৰে আনৰ আগত আঁঠু লোৱা অভ্যাস নাই।" শিক্ষকে একোপধ্যে নেপোলিয়নক আঁঠু লোৱাব নোৱাৰিলে। পোন্ধৰ কি যোল বছৰ বয়সতে নেপোলিয়নে সৈনিক-বিভাগৰ পৰীক্ষাত সুখ্যাতিৰে উত্তীর্ণ হৈ দ্বিতীয় লেফ্-টেনেণ্টৰ পদ লাভ কৰিছিল।

পৰীক্ষকসকলে তেওঁৰ বিষযে এই বুলি মত প্ৰকাশ কৰিছিল—"সংযতবাক, উদ্যমশীল। গল্প-ধেমালিৰ কথা-বতৰাতকৈ কিতাপ পঢ়িবলৈ ভাল পায়। নির্জ্জনতাপ্রিয়, উদ্ধত, অতিশয় অহঙ্কাৰী। কথা যদিও অতি কমকৈ কয়, কিন্তু সেই কথাই বৰ চোকা আৰু যুক্তিপূর্ণ। যথেষ্ট আত্মানুৰাগী আৰু প্ৰবল উচ্চাকাঙ্ক্ষী।"

ভেলেন্স চহৰলৈ গৈ নেপোলিয়নে সৈনিক দলত যোগ দিলে। এই সময়তো কিতাপেই তেওঁৰ প্ৰধান লগৰীয়া আছিল। ফৰাচীবিলাকক বিজাতি বুলি তেওঁ ঘৃণাৰ চকুৰে চাইছিল। কৰ্ছিকাকেই তেওঁ স্বদেশ বুলি ভাবিছিল আৰু অতিশয় ভাল [illegible]ছিল। কৰ্ছিকাৰ বিষয়ে তেওঁৰ আত্ম-জীৱনচৰিতত লিখি থৈ [illegible] —"পৃথিৱীৰ সকলো ঠাইতকৈ কৰ্ছিকাৰ সকলোৱেই ভাল—[illegible] তাৰ মাটিৰ গোন্ধখিনিও। আজিও মই চকু মুদি



তাৰ যি গোন্ধ পাওঁ, তেনে সুগন্ধ আৰু কতো নাই। আজিও মই কল্পনালোকতে উলটি গৈ লগ পাওঁ—সেই লৰালিৰ দিন কেইটা, উপনীত হওঁগৈ সেই থিয় পৰ্ব্বতমালাৰ মাজত, সেই তুঙ্গ পৰ্ব্বতশ্ৰেণীৰ ওপৰত, সেই কুকুণ্ডত তলত।"

১৭৮৫ খৃষ্টাব্দত নেপোলিয়নৰ পিতাকৰ মৃত্যু হল। তেওঁ ছুটী লৈ দেশলৈ গল। তেতিয়া কৰ্ছিকাতো মহা হুলস্থূল। সেনাপতি পিওলিৰ অধীনত এদল কৰ্ছিকাবাসীয়ে কৰ্ছিকাক ফৰাচীৰ অধীনৰ পৰা মুক্ত কৰিবলৈ ইংৰাজক নিমন্ত্ৰণ দিবলৈ খুজিছিল। সেই বাবে নেপোলিয়নে বিদ্ৰোহীবিলাকৰ বিৰুদ্ধে থিয় দিয়াত তেওঁ কেইদিনমান পিওলিৰ হুকুমমতে বন্দীশালতো থাকিবলগীয়া হৈছিল। কৌশল কৰি তেওঁ বন্দীশালৰ পৰা পলাই অৱশেষত সপৰিয়ালে কৰ্ছিকা দ্বীপ ত্যাগ কৰিবলৈ বাধ্য হল।

তেতিয়া ফ্ৰাঞ্চ দেশৰ সিংহাসনত আছিল ষোড়শ লুই। লুইৰ শাসন ৰাজনৈতিক, সামাজিক আৰু বিশেষকৈ অর্থনৈতিক কাৰণত সোলোক-ঢোলোক হৈ পৰিছিল। ৰজা স্বেচ্ছাচাৰী আৰু অকৰ্ম্মণ্য, সমাজত ভেদাভেদ আৰু দলাদলি, ইটোৱে সিটোৰ মুখৰ টোপ কাঢ়ি খোৱাৰ প্ৰবৃত্তি। সকলোতকৈ চাব হল দুখীয়া প্ৰজাসাধাৰণৰ ওপৰত ৰজাঘৰীয়া শোষণ। এনেবোৰ কাৰণতে ফৰাচী দেশৰ ৰাইজ অতিষ্ঠ হৈ উঠিল। চাৰিওফ[illegible] দপ দপ কৰি বিদ্ৰোহৰ অগনি জ্বলিবলৈ ধৰিলে। বিদ্ৰো[illegible] বিলাকে জেলখানাৰ দুৱাৰ মুকলি কৰি দিলে। ৰজাৰ ফল[illegible]

সৈন্য-সামন্তই মৰোঁ-জীওঁ-সো-আধি কৰি চেষ্টা কৰিও বিদ্ৰোহৰ শাম কটাব নোৱাৰিলে। দেশত ধাৰাসাৰে তেজৰ নৈ বৈ গল। নৰমেধ যজ্ঞত হেজাৰে হেজাৰে আহুতি পৰিল। অৱশেষত ৰজা ষোড়শ লুই আৰু তেওঁৰ পৰম ৰূপহী ৰাণীয়েও যান্ত্রিক বলিশালত মূৰ দিবলগীয়া হল। ৰাজ্য জুৰি অৰাজকতা। ইখনৰ পিছত সিখন শাসনতন্ত্রৰ পৰীক্ষা চলিবলৈ ধৰিলে। কিন্তু কোনেও স্থায়ী শান্তি ঘূৰাই আনিব নোৱাৰিলে।

পুনৰ ফ্ৰাঞ্চলৈ গৈ টুলন নগৰীৰ যুদ্ধত নেতৃত্ব কৰি টুলনবাসী আৰু সিহঁতৰ সহায়কাৰী ইংৰাজবিলাকক মৃমিমূৰ কৰি নেপো-লিয়নে বিপুল যশস্যা অৰ্জ্জিলে। টুলনবিজয়ী বীৰস্বৰূপে সকলো ফৰাচী মানুহৰ মুখত নেপোলিয়নৰ নাম প্ৰচাৰিত হল। কিন্তু তাৰ কেইদিন মানত পিছতে এটা মিছা বতৰাত বিশ্বাস কৰি ফৰাচী চৰকাৰে তেওঁক গ্ৰেপ্তাৰ কৰিছিল। বিচাৰ হল। বিচাৰত দোষৰ প্ৰমাণ নোহোৱাত তেওঁ মুক্তি পালে কিন্তু সৈনিক বিভাগৰ উচ্চ পদৰ পৰা তেওঁ বৰখাস্ত হল। পুনৰ নেপোলিয়ন হল বেকাৰ।

অৰ্থাভাৱত তেওঁৰ দুখে কুলাই পাচিয়ে নধৰা হল। মাক ভায়েক ভনীয়েকহঁত সকলোবিলাকে অনাহাৰত দিন নিয়াবলৈ ধৰিলে। এনে শোকলগা অৱস্থা সহ্য কৰিব নোৱাৰি নেপোলিয়নে [illegible]জাপ দি মৰিবলৈ গৈছিল। সেই সময়ত ডিমোছিছ নামেৰে [illegible]ন্ধুৱে হাতত থাপ মাৰি ধৰি তেওঁক মৰিবলৈ বাধা দি শান্ত [illegible] অনুৰোধ কৰিলে।



নেপোলিয়নে কলে—"মোক মৰিবলৈ দিয়া বন্ধু ডিমোছিছ! মোৰ আই, ভাই, ভনী সকলোবিলাক অনাহাৰত—মৃত্যুৰ মুখত। সিহঁতক সহায় কৰিবলৈ মোৰ হাতত ফুটা কড়ি এটাও নাই। কোৱাচোন এনে অৱস্থাত আত্মহত্যাৰ বাহিৰে আৰু আন উপায় কি আছে?"

ডিমোছিছে কলে—"ছি ছি বন্ধু! তেনে কথা নকবা। ভৱিষ্যৎ বিশ্ববিজয়ী নেপোলিয়নৰ মুখত আত্মহত্যাৰ কথা শোভা নেপায়। তুমি মৰিবা কিয়? মই তোমাক মৰিবলৈ নিদিওঁ, নেপোলিয়ন বোনাপাৰ্ট নমৰে—মৰিব নোৱাৰে। মোক সবিশেষ ভাঙিপাতি কোৱা কি বতৰা?"

নেপোলিয়নে কলে—"তেন্তে শুনা বাৰু। ফৰাচী-বিপ্লৱৰ কথা তুমি বোধকৰোঁ জানাই। মই তেতিয়া লেফ্‌টেনেন্ট। কেই দিনৰ বাবে ছুটী লৈ মই ফ্ৰাঞ্চৰ পৰা জন্মভূমি কৰ্ছিকালৈ গলোঁ। তাতো মহা হুলুস্থুল। সেনাপতি পিওলিৰ অধীনত এদল কৰ্ছিকাবাসীয়ে কৰ্ছিকাক ফৰাচীৰ অধীনৰ পৰা মুক্ত কৰিবলৈ ইংৰাজক নিমন্ত্রণ দিব খুজিলে। মই ফ্ৰাঞ্চৰ বিদ্ৰোহী-বিলাকৰ বিৰুদ্ধে থিয় দিলোঁ। সেই কাৰণে বিদ্ৰোহী নেতা পিওলিৰ হুকুমমতে কেইদিনমান বন্দী-শালতো থাকিবলগীয়া হৈছিল। কৌশল কৰি বন্দীশালৰ পৰা বাহিৰ ওলাই আহি কৰ্ছিকা-আক্ৰমণকাৰী ইংৰাজবিলাকৰ লগত যুদ্ধ দি[illegible] কিন্তু সিহঁতক কোনো ৰকমে বলে নোৱাৰিলো। অৱ[illegible] সপৰিয়ালে কৰ্ছিকা ত্যাগ কৰিবলৈ বাধ্য হলোঁ।

আই আৰু ভনীহঁতক মার্জলচত এৰি থৈ আহি টুলন দমনৰ ভাৰ ললোঁ।”

ডিমোছিছে কলে—“টুলনত তোমাৰ বীৰত্ব, অধ্যবসায় আৰু সাহস আদিৰ কথা মই সকলো শুনিছো। টুলনবিজয়ী বীৰ স্বৰূপে ফৰাচী মানুহৰ মুখে মুখে আজি তোমাৰ নাম।”

নেপো। কিন্তু টুলন-বিজয়ৰ পিছত মোৰ কি হৈছিল তুমি বোধকৰোঁ শুনা নাই।

ডিমো। একো শুনা নাই। কি হৈছিল কোৱা।

নেপো। এটা মিছা সংবাদত নির্ভৰ কৰি ফৰাচী চৰকাৰে মোক গ্রেপ্তাৰ কৰিছিল।

ডিমো। সঁচা নেকি ?

নেপো। নেপোলিয়নে মিছা নকয়। বিচাৰ চলিল—বিচাৰত মোৰ দোষ প্রমাণিত নহল। খালাচ পালোঁ কিন্তু সৈন্যবিভাগৰ উচ্চ পদত ফৰাচী চৰকাৰে পুনাই মোক নিযুক্ত নকৰিলে। মোক মৰিবলৈ দিয়া বন্ধু! মূৰত চিন্তা—পেটত অনাহাৰ। মাতৃ ভাতৃ ভগিনীৰ পেটৰ ভোকত যমৰ যাতনা। চাই থাকোঁ বাৰু কেনেকৈ ? সেই বাবেই মই মৰিবলৈ ওলাইছোঁ। মোৰ জীৱনৰ আৰু আৱশ্যক নাই বন্ধু!”

[illegible]মোছিছে তেওঁৰ হাতত ছহেজাৰ ডলাৰৰ মোনা এটা গুজি [illegible]লে—“তেনে কথা নকবা। নেপোলিয়নৰ জীৱনৰ আৱশ্যক [illegible]। তোমাৰ বাবে নেথাকিব পাৰে, ফ্রান্সৰ বাবে আছে—



জগতৰ বুৰঞ্জীৰ বাবে আছে। লোৱা—মই তোমাক এই ধন দান দিছোঁ—বিনা স্বত্বে। এই ধন লৈ তুমি পেটৰ চিন্তা এৰা। যোৱা, ফ্রান্সৰ চিন্তাত লাগাগৈ।”

নেপোলিয়নে ডিমোছিছক এই অপ্রত্যাশিত দানৰ বাবে অশেষ ধন্যবাদ জনালে। তেওঁ জীৱনত ডিমোছিছৰ সেই উপকাৰৰ কথা পাহৰা নাছিল আৰু পিছত তেওঁক পুৰস্কৃতো কৰিছিল।

পেৰিছ নগৰত আকৌ বিদ্রোহে দেখা দিলে। পুনৰ দলাদলি। জন-সাধাৰণ দুভাগ হল। গভর্ণমেন্ট বিমোৰত পৰিল। এনে সঙ্কটৰ মুহূর্ত্তত ৰাজ্য ৰক্ষাৰ গুৰু ভাৰ লবলৈ নেপোলিয়নলৈ আহ্বান আহিল। নেপোলিয়নে গধুৰ ভাৰ মুৰ পাতি ললে। নেপোলিয়নৰ কামানে বিদ্রোহীবিলাকক উৰাই দিলে। ছেদেলি ভেদেলি হৈ যেয়ে যিফালে পায় সেই ফালে পলাল। যুদ্ধত জয়লাভ কৰি নেপোলিয়ন হল ফৰাচী প্রধান সেনাপতি। ফৰাচী শাসনসভাৰ সদস্যসকলে ‘ৰক্ষাকর্ত্তা’ বুলি তেওঁৰ ডিঙিত জয়মালা পিন্ধালে।

ইতিমধ্যে ককায়েক জোছেফেও বিয়া-বাৰু কৰাই ঘৰ পাতিছিল। জোছেফৰ খুলশালিয়েক দেছিৰীক নেপোলিয়নে বিয়া কৰাবলৈ ইচ্ছা কৰিছিল কিন্তু দেছিৰী সেই বিয়াত সম্মত নহল। জোছেফাইন্ নামেৰে এগৰাকী সম্ভ্রান্তবংশীয়া [illegible]ৰী ৰূপহী গাভৰুকে নেপোলিয়নে বিয়া কৰালে। তেওঁ ব[illegible] নেপোলিয়নতকৈ অলপ ডাঙৰ আছিল তথাপি বিধতাই [illegible]

পাতি থোৱাৰ বাবে সুকলমে তেওঁলোকৰ বিয়া হৈ গল—১৭৯৬ খৃষ্টাব্দত। বিয়াৰ আঙঠিটোত লিখা আছিল—'অদৃষ্টৰ বাটত'। সঁচাকৈয়ে অদৃষ্টই কাক কোন ফালে টানি নিব সেই কথা তেওঁলোকৰ কোনেও সেই দিনা জনা নাছিল।

বিয়াৰ দুদিনৰ পিছতে নেপোলিয়নে গল ইতালিৰ উত্তৰত থকা আল্পচ যুদ্ধক্ষেত্ৰলৈ। তেতিয়া ইতালি আছিল অষ্ট্ৰিয়াৰ তলত। অষ্ট্ৰিয়াৰ লগত লাগিছিল ফ্ৰান্সৰ যুদ্ধ। নেপোলিয়ন গৈছিল ফ্ৰান্সৰ সেনাপতি হৈ। তেতিয়াৰ পৰাই তেওঁ নিজকে ফৰাচী বুলি ভাবিছিল। সৈন্যসকলক সম্বোধন কৰি প্ৰথমতেই তেওঁ উদ্দীপনাময় বাণী শুনাইছিল এইদৰে—"সৈন্যসকল! তোমালোক আধা-নাঙঠ আৰু আধাপেটী হৈ আছা। চৰ্কাৰে তোমালোকক নানান দোষ দিছে, কিন্তু তোমালোকৰ বাবে হলে একোকে কৰিব পৰা নাই। ধৈৰ্য্য আৰু সাহসেঁ তোমালোকৰ সম্মান বৃদ্ধি কৰিছে, কিন্তু দিব পৰা নাই তোমালোকক কোনো পুৰস্কাৰ, কোনো গৌৰৱ। মই তোমালোকক লৈ যাম পৃথিৱীৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ সুজলা, সুফলা, শস্যশ্যামলা ক্ষেত্ৰলৈ। তালৈ গলে দেখা পাবা তোমালোকে শ্ৰীসম্পন্ন নগৰৰ পিছত নগৰ, জনবহুল আৰু ধনে-ধানে পৰিপূৰ্ণ প্ৰদেশৰ পিছত প্ৰদেশ। তালৈ গলে [illegible]লোকে লাভ কৰিবা মান, যশ আৰু ঐশ্বৰ্য্য। ইতালি-[illegible] সৈন্যসকল! তোমালোকৰ সাহস আৰু দৃঢ়তাৰ অভাৱ [illegible]নে?"



ফৰাচী সৈন্যই বিপুল জয়ধ্বনিৰে নেপোলিয়নক সম্বৰ্দ্ধনা জনালে। প্ৰবল প্ৰতাপী অষ্ট্ৰিয়াৰ সম্ৰাট আৰু ছাৰ্দিনিয়াৰ ৰজাক পৰাস্ত কৰি ইতালি অধিকাৰ কৰিবলৈ নেপোলিয়নৰ এই বিজয় অভিযান। ফৰাচী শাসনসভাৰ ডিৰেক্তৰসকলে তেওঁক অসাধ্য সাধন কৰিবলৈ যেন পঠিয়াইছিল।

মহাভাৰতৰ যুদ্ধত কৌৰৱ পক্ষৰ ভীষ্ম, দ্ৰোণ, কৰ্ণ আদি সেনাপতিসকল কেইবা অক্ষৌহিণী সেনা লৈ থিয় হোৱাৰ নিচিনাকৈ নেপোলিয়নৰ বিপক্ষত আৰ্কডিউক্ চাৰ্ল্ছ্, বিউলিউ কোল্যি আদি খ্যাতানামা সেনাপতিসকল। ষাঠি হেজাৰ শত্ৰুসেনাৰ বিপক্ষত আঠত্ৰিছ হেজাৰ ফৰাচী সৈন্য। কিন্তু ৰণবীৰ নেপোলিয়নে জন্মগত প্ৰতিভাৰে ইখনৰ পিছত সিখন যুদ্ধক্ষেত্ৰত সিংহ-বিক্ৰমেৰে জপিয়াই পৰি জয়লাভ কৰিবলৈ ধৰিলে। বিখ্যাত লোডি-সাঁকোৰ যুদ্ধত সেনাপতি বিউলিউক ঘটুৱাই নেপোলিয়নে বিশেষ কৃতিত্ব অৰ্জ্জন কৰিছিল। মহামান্য পোপেও নেপোলিয়নৰ লগত সন্ধি কৰিবলৈ বাধ্য হল। চাওঁতে চাওঁতে সমগ্ৰ উত্তৰ ইতালি নেপোলিয়নৰ হাতলৈ আহিল। নেপোলিয়নৰ লগত শত্ৰু পক্ষই কোনোমতে থাৰ্ বিব নোৱাৰা হল। সেই বাবেই বন্দী হৈ এজন অষ্ট্ৰিয়াৰ সেনাপতিয়ে বিৰক্তিৰে কৈছিল—"মানুহৰ লগতহে পাৰি। নেপোলিয়নক এতিয়াই দেখিবা আগফালে, এতিয়াই পাছফালে, এতিয়াই [illegible]সোঁ ফালে, এতিয়াই বাঁওফালে। এনেলোকৰ লগতো যুদ্ধ [illegible] পাৰি নে?"

সদৌ শেষত অষ্ট্ৰিয়াই টানত পৰি ফৰাচীক হ'লণ্ড মিলান্ আৰু ভেনিছ আংশিকভাবে এৰি দিবলগীয়া হল। অষ্ট্ৰিয়া আৰু ফ্ৰান্সৰ ভিতৰত হোৱা ছয়বছৰীয়া যুদ্ধৰ ওৰ পৰিল ইংৰাজী ১৭৯৭ চনত। মাহৰ মাৰ দেখি তিলে বেত মেলাৰ নিচিনাকৈ ইতালিৰ ওপৰত ফ্ৰান্সৰ প্ৰভুত্ব দেখি ইংৰাজবিলাকে টালি-টোপোলা বান্ধি কৰ্ছিকা এৰি থৈ গল।

দিগ্বিজয়ী নেপোলিয়নে সমগ্ৰ য়ুৰোপতে ফৰাচীৰ মূৰ ওখ কৰি বিজয় দৰ্পেৰে ফ্ৰান্সত প্ৰৱেশ কৰিলে। ইতালিৰ পৰা কোটি কোটি টকা আৰু ধন-সোণ আনি তেওঁ ফ্ৰান্সৰ দেৱলীয়া ধনৰ ভাণ্ডাৰ বাৰুকৈয়ে টনকিয়াল কৰিলে। নেপোলিয়নৰ ভয়ত ফ্ৰান্সৰ শত্ৰু-ৰাজ্যবিলাকে চাৰিওফালে ছেদেলিভেদেলি হল। আনকি ফ্ৰান্সৰ শাসক ডিৰেক্তৰসকলেও সেনাপতি নেপোলিয়নৰ ভয়ত প্ৰমাদ গণিবলৈ ধৰিলে। কোন দিনা নেপোলিয়নে তেওঁলোকক বিদায় দি ৰাজপাটত বহে তাকেনো কোনে কব পাৰে? সমগ্ৰ ফৰাচী সৈন্যবাহিনীয়ে নেপোলিয়নৰ জয়-গৌৰৱত মতলীয়া। তেওঁলোকক নেপোলিয়নে দহ বুলিলে দহ, পঁচি বুলিলে পঁচি। এনে অৱস্থাত ডিৰেক্তৰসকলে নেপোলিয়নক জোকাই লবলৈকো সাহস নকৰিলে।

ঠিক সেই সময়তে নেপোলিয়নে ভাগ্যবান ইংৰাজবিলাকক এ[illegible] দিবলৈ ভূমধ্য সাগৰ পাৰ হৈ ইজিপ্টত অভিযান চলাবলৈ [illegible] জনালে। ডিৰেক্তৰসকলে হাততে স্বৰ্গ ঢুকি পালে। [illegible]টীয়া মিছৰৰ ৰণক্ষেত্ৰত যদি কেনেবাকৈ নেপোলিয়নৰ



পতন ঘটে তেন্তে তেওঁলোকৰ পৰম বিঘিনি নিজে নিজেই আঁতৰ হয়। গতিকে নেপোলিয়নৰ ইজিপ্ট-অভিযানৰ প্ৰস্তাৱ সহজে মঞ্জুৰ হল। ভীষণ ধুমুহাৰ মাজেদি ভূমধ্য সাগৰৰ বুকু ভেদ কৰি চাৰিশখন ফৰাচী ৰণতৰী মিছৰৰ উপকূলত লাগিলগৈ। আঠত্ৰিছ হেজাৰ সৈন্য আৰু বৈজ্ঞানিক, দাৰ্শনিক, জ্যোতিষী, জ্যামিতিবিদ আদি পণ্ডিতৰ দল এটাও নেপোলিয়নৰ লগত গৈছিল। নেপোলিয়নে ভাবিছিল—'বছা বছা কুৰি হেজাৰ ফৰাচী সৈন্যই মিছৰ অভিযানৰ পক্ষে যথেষ্ট। যদি মিছৰ দেশ জয় কৰিব পাৰোঁ—যদি কিয়—পাৰিমেই, তেন্তে মিছৰ উপনিবেশৰ বেহা-বেপাৰত ইংৰাজক বাৰুকৈয়ে এশিকনি দিব পৰা যাব। ইংৰাজক জয় কৰিব পাৰিলে গোটেই য়ুৰোপ মহাদেশেই— কেৱল য়ুৰোপেই নহয়—সমগ্ৰ পৃথিৱী এই নেপোলিয়নৰ ভৰিৰ তলত পৰি ৰব।'' নেপোলিয়নে হেলাৰঙে মাল্টা দ্বীপ অধিকাৰ কৰি মিছৰৰ আলেকজেন্দ্ৰিয়া চহৰত উপনীত হল। কেইবা শতাব্দীৰ পূৰ্ব্বে বিশ্ববিজয়ৰ সপোন বুকুত বান্ধি লৈ এই বাটেদিয়ে আগবাঢ়িছিল আলেকজেণ্ডাৰ আৰু তাৰ পিছত জুলিয়াছ চিজাৰ। এফালৰ পৰা মৰুভূমিৰ দেশ মহটিয়াই জয় কৰি ফৰাচী-বাহিনী আগবাঢ়ি গল। মিছৰৰ পিৰামিডৰ ফালে আঙুলি টোৱাই নেপোলিয়নে কৈছিল,—"সৈন্যসকল! গৌৰৱময় ছকুৰি শতাব্দীয়ে আজি তোমালোকলৈ চাই তললৈ চকু নমাই থিয় হৈ আছে। আজি যদি নেপোলি[illegible] মৰে তেন্তে দহ শতাব্দীৰ পিছত বিশ্বৰ বুৰঞ্জীত মোৰ বি[illegible]

লিখিবলৈ আধা পৃষ্ঠাতকৈ বেছি ঠাই নেলাগিব। ভাগ্য-দেৱীয়ে ফৰাচীৰ শিৰত ইয়াতকৈয়ো বহুমূলীয়া জয়মালা পিন্ধাবলৈ বাট চাই আছে। ভাগ্য-দেৱীয়ে মোক যিমানে সুদৃষ্টিৰে চাব সিমানেই বেছিকৈ মই তেওঁৰ পৰা আদায় কৰি লম।" এইদৰে উৎসাহিত কৰি মৰুভূমিৰ মাজেদি নেপোলিয়নে ফৰাচী বাহিনীক কায়্‌-ৰোৰ ফালে আগবঢ়াই লৈ গল। দুৰ্গম মৰুভূমি—বালিৰ তপত খোলা। ভোকত সিহঁত লালকাল হল—পিয়াহত অণ্ঠকণ্ঠ শুকাই গল। কিন্তু নেপোলিয়নৰ একোলৈকে ভ্ৰূক্ষেপ নাই। তেওঁৰ মনত সেই দিনা শীত, গ্ৰীষ্ম, ভোক-পিয়াহ একোকে নাই। ক্লান্তি নাই, শ্ৰান্তি নাই, মুখত একেষাৰ মাত পৰ্য্যন্ত নাই। মাজ বাটত অনেক সৈন্যই হাড় পেলালে। এই দৰে গৈ গৈ তেওঁ কায়ৰো ৰাজধানীত উপস্থিত হল। নেপোলিয়নে নিৰ্ব্বিবাদে কায়ৰো নগৰ অধিকাৰ কৰিলে।

ফৰাচী বাহিনীয়ে নগৰৰ পিছত নগৰ অধিকাৰ কৰি একাৰ নগৰৰ ফালে আগবাঢ়ি গল। একাৰৰ ৰজা জেহাছ পাছাৰ লগত সন্ধি কৰিবলৈ এজন কটকী পঠাই দিলে। নিষ্ঠুৰ ৰজাই কটকীৰ মূৰ কাটি পেলালে। নেপোলিয়ন খঙত উতলা হৈ একাৰ অৱৰোধ কৰিলে। ছিন্‌লি স্মিথ্ নামেৰে ইংৰাজ কাপ্টেনৰ সহায়ত তুৰ্কীবিলাকে নেপোলিয়নৰ লগত ভীষণ যুদ্ধ দিলে। স্মিথ্ চাহাবে ফৰাচী ৰণতৰীবিলাক আটক কৰিলে ...ক ধাৰাসাৰে গুলী বৰষিলে। ভূতৰ ওপৰত দানহ পৰাৰ ...চিনাকৈ ফৰাচী সৈন্যবিলাকৰ মাজত প্লেগ বেমাৰে দেখা



দিলে। নানান ভাবে ফৰাচী সৈন্য ধ্বংস হবলৈ ধৰিলে। অগত্যা নেপোলিয়নে একাৰৰ অৱৰোধ তুলি ললে। এই সময়তে শল ঠেকত পেলাই ইংৰাজ সেনাপতি নেলছনে আবুকিৰ উপসাগৰত ফ্ৰাঞ্চক নৌ-যুদ্ধত পৰাস্ত কৰিলে খৃষ্টীয় ১৭৯৯ চনত।

এই পৰাজয়ত নেপোলিয়ন অলপো কাতৰ নহল। তেওঁ সুদিনলৈ আপেক্ষা কৰিলে। তাৰ পৰাই তেওঁ লোলুপ দৃষ্টিৰে ভাৰতবৰ্ষৰ ফালে চাই পঠিয়ালে। দক্ষিণ ভাৰতত তেতিয়া ইংৰাজৰ বিৰুদ্ধে অস্ত্ৰ ধৰি টিপু চুলতানে ভাগ্যপৰীক্ষা চলাইছিল। নেপোলিয়নৰ লগতো গোপনে চলিছিল টিপু চুলতানৰ পত্ৰ বিনিময়। পাৰস্যৰ ছাহৰ লগতো চলাইছিল ষড়যন্ত্ৰ। নেপোলিয়নে কৈছিল—"ইয়াত যদি কেৱল পোন্ধৰ হেজাৰ সেনা থৈ যাব পাৰোঁ, আৰু যদি ডেৰ কুৰি হেজাৰ সৈন্য লগত লব পাৰোঁ, তেনেহলে ভাৰতবৰ্ষলৈ যাত্ৰা কৰা অসম্ভৱ নহব।"

ইপিনে নেপোলিয়নৰ অনুপস্থিতিত য়ুৰোপৰ বহু ঠাইত ফৰাচীৰ পৰাজয় ঘটিবলৈ ধৰিলে। ইতালি পুনৰ স্বাধীন হল আৰু ফৰাচী-অধিকৃত আন আন দেশবোৰো এখন এখনকৈ ফৰাচীৰ হাতৰ পৰা যাবলৈ ধৰিলে। এইবোৰ কাৰণতে তেওঁ দেশলৈ উলটি আহে। পেৰিছ নগৰত পদাৰ্পণ কৰাৰ লগে লগে আকৌ নেপোলিয়নৰ জয়ধ্বনিৰে দশোদিক মুখৰিত হৈ উঠিল।

নেপোলিয়নৰ জয়ধ্বনি শুনি অকৰ্ম্মণ্য ফৰাচী শাসনসভাৰ ডিৰেক্তৰসকলৰ বুকুৰ কঁপনি উঠিল। উঠিবৰ কথাই। নেপোলিয়নে সৈন্যবাহিনীৰ সহায়েৰে অকৰ্ম্মণ্য ডিৰেক্তৰসকলক ঘটুৱাই নিজেই ফ্ৰাঞ্চৰ সৰ্ব্বপ্ৰধান শাসনকৰ্ত্তাৰ পদ গ্ৰহণ কৰিলে। ফ্ৰাঞ্চৰ ৰজাৰ ৰাজকাৰেঙত মন্ত্ৰণাসভা বহুৱাই তেওঁ আইন-সৃঙ্খলাৰ আঁত লগাই ৰচনা কৰিলে বিখ্যাত 'নেপোলিয়ন কোড্' বা 'নেপোলিয়ন সংহিতা।'

ঘৰত শান্তি-সৃঙ্খলাৰ আঁত লগাই নেপোলিয়ান অষ্ট্ৰিয়া অভিমুখে আগবাঢ়ি গ'ল। সৈন্যবোৰক তেওঁ কলে—"আগত আমাৰ দুৰ্গম আল্পচ গিৰিমালা। তথাপি এই পৰ্ব্বত—এই এশ এটা পৰ্ব্বতপ্ৰমাণ বিঘিনি আমি অতিক্ৰম কৰি যাম। এই গাধৰ পিঠিত উঠিয়েই দুৰ্গম পৰ্ব্বতত—পিচল বৰফেৰে ঢকা বাটত—সৈন্যসকল! মই তোমালোকৰ গুৰি ধৰিছোঁ—এদিন দুদিন নহয়, পাঁচদিন। চোৱা এতিয়া আমি পৰ্ব্বতৰ শিখৰ পালোঁহি। এতিয়া ইয়াৰ পৰা নামিবৰ সময়তহে অধিক বিপদ। মাজ বাটতে সেইটো অষ্ট্ৰিয়াৰ দুৰ্গ। দুৰ্গৰ কাষেদি মাথোন সুৰসুৰীয়া বাট। সেই বাটেদিয়ে কোনেও গম নোপোৱাকৈ ৰাতি আমি পলাই যাম। দুৰ্গৰখীয়াবিলাকৰ লগত ৰণ কৰি অনাহকত শক্তি ক্ষয় নকৰোঁ—কৰিবৰ আৱশ্যকো নাই।"

পিছ দিন ৰাতিপুৱা দুৰ্গৰক্ষী অষ্ট্ৰিয়াৰ সেনাই সাৰ পাই উঠি দেখিলে যে নেপোলিয়নে সিহঁতৰ চকুত ধূলি মাৰি ৰাতিৰ অন্ধকাৰতে পলাই গল। কামান, বন্দুক, তৰোৱাল অস্ত্ৰ শস্ত্ৰ



আদি এনেভাবে খেৰেৰে ঢাকি লুকুৱাই লৈ গল যে এটা টুং শব্দও কাৰো কাণত নাপৰিল। তাৰ পিছত মেৰেঙ্গো ৰণক্ষেত্ৰত ফৰাচী আৰু অষ্ট্ৰিয়াৰ সেনাৰ ভেটাভেটি হল। এই মেৰেঙ্গো যুদ্ধত অষ্ট্ৰিয়াৰ সৈন্যৰ সংখ্যা আছিল ফৰাচী সৈন্যৰ দুগুণ। ফৰাচীবিলাকৰ দুবাৰ পৰাজয় হৈছিল। অষ্ট্ৰিয়াৰ সেনাপতিয়ে ভাবিছিল সিহঁত যুদ্ধত জয়ী হল বুলি। তাকে ভাবি নিজকে নিৰাপদ বিবেচনা কৰি অষ্ট্ৰিয়াৰ সেনাপতিয়ে যুদ্ধক্ষেত্ৰ এৰি গৈছিল। সেই সোণালী সুযোগতে আগফালৰ পৰা, পাছ ফালৰ পৰা, চাৰিওফালৰ পৰা বাঘৰ দৰে নেপোলিয়নৰ সৈন্যই অষ্ট্ৰিয়াৰ বাহিনীক আক্ৰমণ কৰিলে। এই যুদ্ধত অষ্ট্ৰিয়ানবিলাক ছত্ৰভঙ্গ হৈ পলাল। নেপোলিয়নৰ প্ৰিয় সেনাপতি দেছেক্সৰ যুদ্ধক্ষেত্ৰতে মৃত্যু হল। অষ্ট্ৰিয়াই ফ্ৰাঞ্চৰ লগত সন্ধি কৰিবলৈ বাধ্য হল। এই সন্ধিৰ ফলত সমগ্ৰ উত্তৰ ইতালি ফ্ৰাঞ্চৰ তলতীয়া হল। মেৰেঙ্গোৰ যুদ্ধৰ ফলত ফৰাচী দেশত নেপোলিয়নৰ প্ৰভুত্ব গজগজীয়া হল।

জাৰ্ম্মাণি, অষ্ট্ৰিয়া, স্পেন, ইতালি, ৰুছিয়া, হলণ্ড আদি য়ুৰোপৰ সৰহ ভাগ দেশেই নেপোলিয়নৰ দলত হ'ল, কেৱল বাকী থাকিল ইংলণ্ড। নেপোলিয়নে ইংলণ্ডকো এসেকা দিবলৈ বুলি ডানকাৰ্ক আৰু বুলোন বন্দৰত জাহাজ আৰু বিপুল সেনা সমাবেশ কৰিলে। ইংলণ্ডৰ পৰাও নেপোলিয়নৰ আক্ৰমণত ভেটা দিবলৈ আগবাঢ়ি আহিল সেনাপতি নেলছন। জলযুদ্ধত নেলছনে পৰাজৰ স্বীকাৰ কৰি উলটি যাবলৈ বাধ্য হল—ইংৰাজ-সেনা ছেদেলিভেদিনি

হৈ গল। ঠেলাৰ নাম বাবাজী। তাকে জানি ইংৰাজে নেপো-লিয়নৰ লগত ১৮০২ চনত সন্ধি কৰিলে আমেন্স নামেৰে ঠাইত। দীঘলীয়া দহ বছৰৰ পিছত য়ুৰোপলৈ শান্তি-দেৱী ঘূৰি আহিল। নেপোলিয়নৰ হল জয়জয় ময়ময় অৱস্থা—ঘৰত—বাহিৰত—চাৰিওফালে।

১৮০৪ খৃষ্টাব্দৰ দুই ডিচেম্বৰ। ফ্ৰাঞ্চৰ একছত্ৰী অধিপতি হৈ সেই দিনা নেপোলিয়ন বোনাপাৰ্ট সিংহাসনত বহিব। তেওঁৰ উপাধি হব সম্ৰাট। মহাসমাৰোহ—বিৰাট আয়োজন। অভিষেক কাৰ্য্য সম্পন্ন কৰিবলৈ ৰোমৰ পৰা খৃষ্টান ধৰ্ম্মৰ গুৰু স্বয়ং মহামান্য পোপো আহিছে। প্ৰচলিত প্ৰথামতে পোপে সম্ৰাটক মুকুট পিন্ধাব লাগে, নেপোলিয়নে আঁঠু লৈ গ্ৰহণ কৰিব লাগে। বিশ্ব-বিজয়ী সম্ৰাট নেপোলিয়নে এতিয়া পোপৰ আগত আঁঠু লব নে? উপস্থিত সকলোৱে তাকেই ভাবিছে। নেপোলিয়নে জীৱনত কাৰো আগত আঁঠু লৈ পোৱা নাই। সেই দিনাও তেওঁ পোপৰ আগত আঁঠু নললে। পোপৰ হাতৰ পৰা ৰাজমুকুটটো টান মাৰি আনি নিজেই তেওঁ মূৰত পিন্ধি সিংহাসনত বহিলগৈ। ৰাণী জোচেফাইনকো তেৱেঁই মুকুট পিন্ধাই দিলে। পোপ কেৱল সেই অভিষেক-উৎসৱত সাক্ষী-গোপাল হৈ থাকিবলগীয়া হৈছিল।

য়ুৰোপৰ সকলো দেশেই নেপোলিয়নৰ ভয়ত কম্পমান হল। কোন দিনা কোনখন দেশ নেপোলিয়নে আক্ৰমণ কৰে তাৰ ঠিকনা নাই। সকলোৰে মুখে মুখে নেপোলিয়নৰ যশ—নেপোলিয়নৰ বীৰত্ব—নেপোলিয়নৰ ক্ষমতা।



মেৰেঙ্গো যুদ্ধৰ পাঁচ বছৰৰ পিছত আকৌ যুদ্ধ-দেৱতাই নেপো-লিয়নক আহ্বান কৰিলে। অষ্ট্ৰিয়া, ৰুছিয়া আৰু ইংলণ্ড এই তিনটা প্ৰধান শক্তিয়ে আকৌ এবাৰ সাজিপাৰি থিয় দিলে নেপো-লিয়নৰ বিৰুদ্ধে। নেপোলিয়ন প্ৰথমে ইংলণ্ডক ভেটিবলৈ সাগৰৰ উপকূললৈ গল কিন্তু অষ্ট্ৰিয়াৰ বিৰাট সৈন্য সমাবেশৰ কথা শুনি তেওঁ সেই ফালে বায়ুবেগেৰে ঢাপলি মেলিলে।

উল্‌ম্ যুদ্ধক্ষেত্ৰত (১৮০৫ খৃঃ) আচম্বিতে আৰু অতৰ্কিতে আহি নোপালিয়ন অষ্ট্ৰিয়া-বাহিনীৰ ওপৰত সিংহ-বিক্ৰমেৰে জপিয়াই পৰিল। অষ্ট্ৰিয়াৰ সেনাপতি মেক্ ভেবা লাগি চাই থাকোঁতেই গল। বিনা যুদ্ধে নেপোলিয়নে সেই যুদ্ধত জয়লাভ কৰিলে।

নেপোলিয়ন অষ্ট্ৰিয়াৰ ৰাজধানী ভিয়েনাত উপনীত হলগৈ। অষ্ট্ৰিয়াৰাজ ফ্ৰাঞ্চিছ পলাল। নেপোলিয়ন অষ্ট্ৰিয়াৰ সিংহাসনত বহিল। এনেতে তাতেই এদিন তেওঁ পালে এটা দুঃসংবাদ—ফৰাচী আৰু স্পেনৰ মিলিত সৈন্য-বাহিনীৰ পৰাজয়। ট্ৰেফেল-গাৰৰ নৌযুদ্ধত ফৰাচী বাহিনীৰ পৰাজয় হৈছে—ইংৰাজ সেনাপতি নেলছনৰ হাতত। কিন্তু সেই যুদ্ধত নেলছনৰ মৃত্যুও হয়।

ইয়াৰ পিছত ১৮০৫ চনৰ দুই ডিচেম্বৰ অষ্টাৰ্‌লিজৰ মহাযুদ্ধৰ কথা। এই যুদ্ধখনকেই নেপোলিয়নৰ জীৱনৰ চিৰস্মৰণীয় আৰু সৰ্ব্বশ্ৰেষ্ঠ যুদ্ধ বুলি কব পাৰি। এই যুদ্ধতে অষ্ট্ৰিয়াৰ সম্ৰাট ফ্ৰান্সিছ আৰু মহাপৰাক্ৰান্ত ৰুছিয়াৰ অধিপতি জাৰ্ নিকলা-ডুয়োজনৰ সমৱেত বিপুল ৰণ-আয়োজন নেপোলিয়নে চূৰ্ণ-বিচূৰ্ণ

কৰি দিলে অদ্ভুত কৌশল আৰু অসাধাৰণ ৰণপ্ৰতিভাৰে। প্ৰায় তিৰাশি হেজাৰ সম্মিলিত ৰুছ-অষ্ট্ৰিয়ান সৈন্যৰ আধাআধি নেপোলিয়নৰ হাতত বন্দী হল অথবা ৰণৰ পথাৰতে হাড় পেলালে। অষ্ট্ৰিয়াই সন্ধি প্ৰাৰ্থনা কৰিলে। ৰুছ-সম্ৰাট পৰাজয় বৰণ কৰি পলাই যাবলৈ বাধ্য হল। ফৰাচীৰ এই বিজয় বাতৰি শুনি ইংলণ্ডৰ প্ৰধানমন্ত্ৰী পিট চাহাবে হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ ইহলীলা সামৰিলে। বুৰঞ্জীপ্ৰসিদ্ধ এই যুদ্ধত জয়লাভ কৰি নেপোলিয়নে তেওঁৰ সৈন্যবাহিনীক এইদৰে কৈছিল—"ফৰাচী সৈন্যসকল! তোমালোক ধন্য। তোমালোকৰ পৰা সাহসৰ যি পুৰস্কাৰ মই আশা কৰিছিলো অষ্টাৰ্‌লিজৰ যুদ্ধত আজি তাকে হাতে হাতে পালোঁ। ফ্ৰান্সৰ ঈগল-পতাকা আজি তোমালোকৰ দ্বাৰা অমৰ গৌৰৱত জয়শ্ৰীমণ্ডিত হৈ আকাশত উৰিছে। ৰুছিয়া আৰু অষ্ট্ৰিয়াৰ সম্ৰাট দুজনে যুটীয়াভাৱে পৰিচালনা কৰা এক লক্ষ সেনা তোমালোকে চাৰি ঘণ্টাতকৈয়ো কম সময়তে খেদি পঠিয়াইছা বা বন্দী কৰিছা। এই চিৰন্তন মহিমাত সমুজ্জ্বল হোৱা যুদ্ধৰ ফলত ছুকুৰি শত্ৰু-পতাকা, ছকুৰি কামান আমাৰ হস্তগত, কুৰিজন সেনাপতি আৰু ডেৰকুৰি হেজাৰতকৈয়ো বেছি আমাৰ বন্দী। সংখ্যাত প্ৰবল হৈয়ো শত্ৰু-বাহিনীয়ে তোমালোকৰ আগত থাৱৰিব নোৱাৰিলে। ইয়াৰ পিছত তোমালোকে আৰু কোনো শত্ৰুৰ আক্ৰমণকে ভয় কৰিব নেলাগিব। ভৱিষ্যতে তোমালোকৰ দলৰ কোনো জনে যদি কয়—'মই অষ্টাৰ্‌লিজৰ যুদ্ধত যোগ দিছিলোঁ' তেন্তে তাৰ



উত্তৰ শুনিব তেওঁ এই বুলি—তেন্তে তুমি হৈছা মহাবীৰসকলৰ মাজৰ এজন।"

নেপোলিয়নৰ জয়-অভিযান বন্ধ নহল। ৰাজ্যৰ পিছত ৰাজ্য জয় কৰি নেপোলিয়নে দেশে দেশে নগৰে নগৰে বিজয় নিছান উৰুৱালে। তাছ-পাতৰ ঘৰৰ দৰে য়ুৰোপৰ ৰাজ্যবোৰ থানবান হৈ ভাগি পৰিবলৈ ধৰিলে। নেপোলিয়নে ককায়েক জোছেফক বহুৱালে নেপল্‌ছৰ সিংহাসনত আৰু এজন ভায়েক লুইক পিন্ধালে হলণ্ডৰ ৰাজমুকুট। এই বাৰ প্ৰুছিয়াৰ পাল। নেপোলিয়নে প্ৰুছিয়াৰ সুৰক্ষিত দুৰ্গবোৰ দখল কৰিবলৈ ধৰিলে। ৰুছিয়াৰ সম্ৰাট জাৰ্ নিকলাছ্ আহিল প্ৰুছিয়াক সহায় কৰিবলৈ। ৰুছিয়াৰ টিল্‌ছিট্ পথাৰত আকৌ বাজি উঠিল ৰণৰ শিঙা-শঙ্খ। ভয়ানক তয়াময়া যুদ্ধ হল। দুয়ো পক্ষৰে অনেক সেনা ৰণত পৰিল। নীচ নদীৰ পাৰত ৰুছিয়াৰ জাৰ আৰু প্ৰুছিয়াৰ ৰজাৰ সন্ধি হল—এয়ে টিলছিটৰ সন্ধি ( ১৮০৭ চন )।

নেপোলিয়নে আকৌ বহু দেশ জয় কৰিলে। বিৰাম নাই—বিশ্ৰাম নাই—কেৱল ৰাজ্যজয়—কেৱল দেশ-অধিকাৰ। কিন্তু তেতিয়াও বাকী আছিল ইংলণ্ড। নেপোলিয়নে ভাবিলে —"ইংলণ্ডৰ ওখ মূৰ এতিয়াও তললৈ নমা নাই। সেই কাৰণে ইংলণ্ডক হাতে নেমাৰি ভাতে মাৰিব লাগিব। বাণিজ্যৰ বলতেই আজি ইংৰাজৰ ইমান শক্তি—ইমান দৰ্প। এই বাণিজ্যত আঘাত কৰিলেই ইংৰাজৰ দৰ্প চূৰ্ণ হব। য়ুৰোপৰ

সকলো দেশে ইংলণ্ডৰ লগত বাণিজ্য সম্পৰ্ক ছেদ কৰক—এয়ে মোৰ ইচ্ছা। যদি কোনো দেশে মোৰ এই ইচ্ছা—ইচ্ছা নহয় আদেশ—অমান্য কৰে তেন্তে প্ৰকাশ্যভাবে ইংৰাজৰ লগত যোগ দিয়ক।”

কিন্তু য়ুৰোপবিজয়ী নেপোলিয়নৰ বিৰুদ্ধে প্ৰকাশ্যে মূৰ তুলি থিয় হবৰ সাধ্য কাৰ? তেওঁ ভয় দেখুৱাই ছুইদেন আৰু পৰ্তুগালক বশ কৰিলে।

সেই সময়ত স্পেনৰ ৰাজপৰিয়ালৰ ভিতৰত পিতা-পুত্ৰৰ মাজত সিংহাসনৰ কাৰণে প্ৰতিদ্বন্দ্বিতা চলিছিল। দুই জনেই সহায় বিচাৰি নেপোলিয়নৰ কাষলৈ কটকী পঠালে। মূৰ্খ পিতা-পুত্ৰ—তেওঁলোকৰ কোনোজনৰ হাততে স্পেনৰ ৰাজদণ্ড তুলি নিদি নেপোলিয়নে নেপোলছৰ পৰা আনি ককায়েক জোছেফক স্পেনৰ ৰাজপাটত থাপিলে। ইয়াৰ ফলত স্পেনত আৰম্ভ হল বিদ্ৰোহ। নেপালিয়নে এই বাৰ সসৈন্যে স্পেন-ৰাজ্যত প্ৰবেশ কৰিলে।

নগৰৰ পিছত নগৰ, দুৰ্গৰ পিছত দুৰ্গ নেপোলিয়নৰ কামানৰ আগত উৰি গল। ইংৰাজ-সেনাপতি আৰ্থাৰ মূৰো ৰণত পৰিল। যতে নেপেলিয়ন, ততে জয়। নেপোলিয়নৰ সৌভাগ্য দেখি সকলো দেশতে বিদ্ৰোহ উপস্থিত হল। টাইৰণ, ইতালি, পোলণ্ড, জাৰ্ম্মাণ সকলোতে অসন্তোষৰ ভাব বাঢ়িবলৈ ধৰিলে। স্পেনৰ লগত নলঙা জেঙাত লাগি অনাহকত শক্তি ক্ষয় কৰাই হল নেপোলিয়নৰ জীৱনৰ



ডাঙৰ ভুল। সেই দিনা নেপোলিয়নে এই ভুল টলকিব পৰা নাছিল।

অষ্ট্ৰিয়াৰ লগত আকৌ এখন যুদ্ধ হল। দুয়ো পক্ষৰ প্ৰায় আঢ়ৈ কুৰি হেজাৰ সৈন্য নিহত হল। বিখ্যাত ৱাগ্ৰাম্ যুদ্ধত নেপোলিয়নে জয়লাভ কৰিলে। (১৮০৯ চন্) অষ্ট্ৰিয়াৰ ৰজা-ৰাণী পলাই গল। নেপোলিয়নে অষ্ট্ৰিয়াৰ ৰাজধানী ভিয়েনা অধিকাৰ কৰিলে। তাৰ পিছত হল এক সন্ধি।

বহু দিনত মূৰত যুদ্ধত জয়লাভ কৰি নেপোলিয়ন পেৰিছলৈ উলটি আহিল। ৰাজ্য, ধন-সম্পত্তি আদিয়ে মোৰ বুলিলেও তেতিয়ালৈকে তেওঁ আছিল অপুত্ৰক। উত্তৰাধিকাৰী নেথাকিলে তেওঁৰ পিছত ফ্ৰান্সৰ সিংহাসনৰ কাৰণে লাগিব কুৰুক্ষেত্ৰ-ৰণ। তাকে ভাবি এটি পুত্ৰৰ বাবে নেপোলিয়নৰ মন বিয়াকুল হৈছিল। সেই কাৰণেই তেওঁ দ্বিতীয় বিয়া পাতিলে অষ্ট্ৰিয়াৰ ৰাজকুঁৱৰী মেৰিয়া লুইছাৰ লগত (১৮১০ খৃঃ)। সুন্দৰী জোছেফাইনৰ লগত হল বিবাহ-বিচ্ছেদ। বেচেৰীৰ গাত একো দোষ নাছিল কিন্তু সেয়েই আছিল নিয়তিৰ লিখন। নেপোলিয়ন লুইছাৰ এই বিবাহ হলে মধুময় হোৱা নাছিল। লুইছাই নেপোলিয়নক খৃষ্টান ধৰ্ম্মৰ বিৰোধী বুলি ভাল চকুৰে চোৱা নাছিল। সি যি নহওক এই বিয়াৰ পিছৰ বছৰত নেপোলিয়নে এটি পুত্ৰৰত্ন লাভ কৰিলে। নকৈ ওপজা এই কোঁৱৰৰ উপাধি হল 'ৰোমৰ ৰজা'।

১৮১২ খৃষ্টাব্দত আকৌ নেপোলিয়নে ৰুছিয়াৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰিলে—লগত তেওঁৰ পাঁচ লাখ সৈন্য। ৰুছিয়াৰ অধিপতি জাৰ নিকলাছে কাৰেঙত বহি ভাবিলে—"য়ুৰোপবিজয়ী নেপোলিয়ন মোৰ বিপক্ষত। কেৱল নেপোলিয়নে নহয়, নেপোলিয়নৰ বহতীয়া প্ৰুছিয়া, অষ্ট্ৰিয়া, ইতালি, পোলণ্ড, জাৰ্ম্মাণি আদি দেশৰ সমৱেত বিপুল বাহিনীয়ে ৰুছিয়া আক্ৰমণ কৰিবলৈ আহিছে। নেপোলিয়নে গোটেই য়ুৰোপখনকে ৰাক্ষসৰ দৰে গিলি পেলাইছে। সেই ৰাক্ষসে বিচাৰিছিল ৰুছিয়াৰ জাৰৰ ভগিনী। তাৰ বিনিময়ত মই তুৰস্কৰ ৰাজধানী কনষ্টাণ্টিনপোল্ছ্ বিচাৰিলোঁ—নিদিলে। তাৰ ফলত যে যুদ্ধ হব সেই কথা মোৰ জনা আছিল। দেখা যাওক—এই ঝাৰ ৰুছিয়াতে নেপোলিয়নৰ সমাধিকেন্দ্ৰ ৰচনা হব।"

সিফালেদি নেপোলিয়নে ভাবিলে—"এবাৰ নহয়, দুবাৰহৈ মই জাৰ নিকোলাছৰ ওচৰলৈ সন্ধিৰ প্ৰস্তাব পঠালোঁ। গৰ্ব্বিত জাৰে সেই প্ৰস্তাব মানি নললে। তাৰ পোটক তুলিবলৈ—জাৰ নিকোলাছৰ অহঙ্কাৰ চূৰ্ণ কৰিবলৈ—দেশৰ পিছত দেশ উজাৰ কৰি বিপুল বাহিনী নৈ ৰুছিয়াত সোমাইছোঁহি। ডেন্‌জিগ্ অধিকাৰ কৰিলোঁ। ৰুছিয়া-বাহিনী কত ?"

নাই—নাই—ৰুছিয়া-বাহিনী পলাইছে। নেপোলিয়ন-বাহিনী আগবাঢ়ি নৈ নিমেন্ লৈ পাৰ হল। তেতিয়াও ৰুছিয়া-বাহিনী নাই—নাই—চাৰিওফালে শূন্য। নেপোলিয়নে বুজি নেপালে—ৰুছিয়াৰ ই কেনে নতুন খেলা। নিয়তিয়ে যেন



শূন্যৰ পৰা বিদ্ৰূপৰ হাঁহিৰে কলে—"বুজিবা কেনেকৈ ? এই বাৰ ৰুছিয়াৰ সৈন্যই যুদ্ধ নকৰে। যুদ্ধ কৰিব ৰুছিয়াৰ আকাশে, যুদ্ধ কৰিব ৰুছিয়াৰ বতাহে, যুদ্ধ কৰিব ৰুছিয়াৰ নৈয়ে, ৰুছিয়াৰ বৰফে, ৰুছিয়াৰ শীতে।"

সঁচাকৈয়ে—সঁচাকৈয়ে অদ্ভুৎ কৌশল। মস্কো নগৰী সোমাই নেপোলিয়নে দেখিলে—"ই যে জনশূন্য। ৰুছিয়া-বাসী কলৈ গল ? খাদ্য নাই—কাপোৰ নাই—চেঁচা বতাহ—ঠেৰেঙা জাৰ—শীতল বতাহ—পিচল বাট !" ফৰাচী সেনাবিলাকৰ আৰু বিজয় অভিযান চলাবৰ সামৰ্থ্য নোহোৱা হল। সকলো অৱশ। বেছিভাগেই কালান্তক শীতত মৰি শেষ হল। নেপোলিয়নে ভাবিলে—"হিচাপত ভুল হল। অঙ্ক কৰি গণি চাওঁতে ভুল হল। শীত বহু আগেয়ে আহি পালে। শীতৰ আগে আগে মস্কো অধিকাৰ মোৰ পৰিকল্পনা আছিল কিন্তু সকলো ওলট-পালট হৈ গল। দুৰন্ত শীত আগবাঢ়ি আহি মোৰ বিজয়-অভিযান ব্যৰ্থ কৰি দিলে। ই যেন নিয়তিৰ প্ৰতিশোধ।"

মানুহৰ লগত যোগ দি নিয়তিয়ে প্ৰতিশোধ ললে। এই সৰ্ব্বনশীয়া ৰুছ-অভিযানৰ শেষত নেপোলিয়নে তিনি লক্ষ ফৰাচী সৈন্য হেৰুৱালে,—যুদ্ধত নহয়, প্ৰবল শীত আৰু অনাহাৰত।

বিপদ অকলে নাহে। পেৰিছ নগৰতো নেপোলিয়নৰ বিৰুদ্ধে ভীষণ ষড়যন্ত্ৰ আৰম্ভ হল। ৰুছিয়াত নেপোলিয়নৰ দুৰ্দ্দশাৰ বাতৰি পাই ফ্ৰেঞ্চৰ ভূতপূৰ্ব্ব ৰজাৰ ফলীয়া লোকসকলে

মূৰ দাঙি উঠিছে। কিন্তু বিপদ দেখি নেপোলিয়ন হতাশ নহল। ছেক্‌ছনিৰ ৰাজধানী ড্ৰেছ্‌ডেনত প্ৰথমে যুদ্ধ আৰম্ভ হল। আদিতে নেপোলিয়নে জয়লাভ কৰিলে কিন্তু ৰুছিয়া, প্ৰুছিয়া আৰু অষ্ট্ৰিয়াৰ ৰজাবিলাকে দুগুণ উৎসাহেৰে সৈন্য সংগ্ৰহ কৰি ৰণক্ষেত্ৰলৈ পঠালে। চাওঁতে চাওঁতেই দহ লাখ শত্ৰু সৈন্য ফৰাচী-সাম্ৰাজ্য ধ্বংস কৰিবলৈ পেৰিছ অভিমুখে আগবাঢ়ি গল। এই আক্ৰমণ ওফৰাই পেলাবলৈ নেপোলিয়নে দুই লাখ সেনাও গোটাব নোৱাৰিলে। আকৌ যুদ্ধ হল। এইবাৰ নেপোলিয়ন সম্পূৰ্ণৰূপে পৰাস্ত হল। নেপোলিয়নক ফ্ৰান্সৰ পৰা নিৰ্ব্বাসিত কৰি এল্‌বা দ্বীপলৈ পঠোৱা হল।

এল্‌বা দ্বীপত কিছুদিন কটাই বিপদ অতিক্ৰম কৰি নেপোলিয়ন পুনৰ জাহাজত উঠি উলটি আহিল ফ্ৰান্সলৈ। ফ্ৰান্সৰ গভৰ্ণমেণ্টে নেপোলিয়নৰ বিৰুদ্ধে এদল সৈন্য পঠাই দিলে— তেওঁক বন্দী কৰি নিবলৈ। সৈন্যদলৰ সমুখত থিয় দি নেপোলিয়নে কলে—"ফৰাচী সৈন্যসকল! মোৰ মৰমৰ বন্ধুসকল! সম্ৰাট নেপোলিয়ন পুনৰ তোমালোকৰ সমুখত। বুকু খুলি দি থিয় হৈছোঁ। আগবাঢ়ি আহাঁ। গভৰ্ণমেণ্টৰ আদেশ পালন কৰা। মোক বন্দী কৰা—নহয়—মোক হত্যা কৰা বন্ধুসকল!" সেনাবিলাকে বিপুল জয়ধ্বনিৰে তেওঁলোকৰ সম্ৰাট নেপোলিয়নক অভিনন্দন জনাই আদৰি ললে।

এল্‌বা দ্বীপৰ পৰা উলটি আহি নেপোলিয়নে পুনৰ ফ্ৰান্সৰ ৰাজদণ্ড গ্ৰহণ কৰিলে। কিন্তু শান্তি কত? ৰুছিয়া,



প্ৰুছিয়া, অষ্ট্ৰিয়া, ছাৰ্ভিয়া, হলণ্ড, বেলজিয়াম্, জাৰ্ম্মাণি আৰু ইংলণ্ডৰ প্ৰায় দহ লাখ সেনা মিলি ফৰাচীৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰিলে। এফালেদি আহিছে প্ৰুছিয়াৰ সেনাপতি ব্ৰুচাৰ—লগত প্ৰায় ডেৰ লক্ষ সৈন্য লৈ। আন ফালৰ পৰা আহিছে—ইংৰাজ সেনাপতি ৱেলিংটনৰ। নেপোলিয়নে ভাবিলে দুই পক্ষক একেলগে প্ৰতিৰোধ কৰা সহজ নহব। সেই কাৰণে প্ৰথমতে তেওঁ ব্ৰুছাৰৰ ওপৰত জপিয়াই পৰিল। সেনাপতি ব্ৰুছাৰ সসৈন্যে পলাল। কিন্তু সিফালে ফৰাচী-বাহিনী ইংৰাজ সেনাপতি ৱেলিংটনৰ হাতত পৰাস্ত হল। নেপোলিয়ন এই বাৰ নিজে ওলাল ইংৰাজৰ বিৰুদ্ধে যুজিবলৈ। ৱাটাৰ্লুৰ যুদ্ধত (২৩ জুন, ১৮১৫ চন) অগণিত ইংৰাজ আৰু ৰুছিয়ান সৈন্য সমৱেত হৈছিল ৱেলিংটনৰ ডিউকৰ তলত। এই বাৰ ফৰাচীৰ পৰাজয় অৱশ্যম্ভাৱী। কিন্তু জয়-পৰাজয়ৰ কথা ভাবি নেপোলিয়নে যুদ্ধ নকৰে। এয়ে তেওঁৰ শেষ যুদ্ধ। ইংৰাজক মথিমূৰ কৰিবলৈ ফৰাচী সৈন্যই প্ৰাণটাকি যুদ্ধ কৰিলে।—কিন্তু হায়! নেপোলিয়নক জয়লক্ষ্মীয়ে এৰা দিলে। বত্ৰিশ হেজাৰ সুদক্ষ ফৰাচী সৈন্য ৰণত পৰিল। নেপোলিয়নৰ জীৱনত ইমান ডাঙৰ পৰাজয় ঘটা নাছিল। ইয়াতকৈ মৃত্যুৱেই তেওঁ শতগুণে ভাল বুলি ভাবিলে। অস্তগামী সূৰ্য্যৰ লগে লগে নেপোলিয়নে ৰণৰ পথাৰ পৰিত্যাগ কৰিলে। পেৰিছলৈ উলটি গৈ ঘৰে বাহিৰে চাৰিওফালে শত্ৰুৰ চক্ৰবেহুৰ মাজত সোমাই তেওঁ বুজি পালে—আত্মসমৰ্পণৰ বাহিৰে আন উপায় নাই। ৱেলে

ৰোফেল জাহাজৰ কেপ্টেনৰ পৰম সৌভাগ্য—তেওঁৰ ওচৰতে নেপোলিয়নে আত্মসমর্পণ কৰিলে। নেপোলিয়ন ইংৰাজৰ হাতত বন্দী হল। সিংহ সঁজাত সোমাল।

ইংৰাজৰ হাতত বন্দী হৈ বিশ্ববিজয়ী নেপোলিয়ন যাবলৈ ওলাল দূৰলৈ—বহু দূৰলৈ। ফ্ৰান্সৰ পৰা হেজাৰ হেজাৰ মাইল দূৰত থকা সুবিশাল আট্লাণ্টিক মহাসাগৰত ক্ষুদ্ৰ দ্বীপ ছেণ্ট্ হেলেনা। তাতে তেওঁৰ দ্বীপান্তৰ—তাতেই তেওঁৰ শেষ সমাধি। ছাত্ৰজীৱনতে কপি-বুকৰ শেষ পিঠিত এদিন তেওঁ লিখিছিল—"ছেণ্ট্ হেলেনা—আটলাণ্টিক মহাসাগৰৰ এটি ক্ষুদ্ৰ মাজুলী—ইংৰাজৰ উপনিবেশ।" দৰাচলতে মানুহে বুজি নেপালেও যে নিয়তিৰ অদৃশ্য হাতে তেওঁৰ হতুৱাই এই ভৱিষ্যৎ বাণী লিখাই লৈছিল সেই কথা নেপোলিয়নৰ জীৱন-নাট্যৰ শেষ পটত ফটফটীয়া হৈ ওলাই পৰিল।

এই ছেণ্ট্ হেলেনা দ্বীপতে ১৮২৩ চনৰ ৫ মেইত নেপোলিয়নে শেষ নিঃশ্বাস পেলালে। মৃত্যুৰ আগ মুহূৰ্ত্তত তেওঁৰ মুখে শুনা গৈছিল—"ফ্ৰান্স—সৈন্যদল—জোছেফাইন্" এয়েই তেওঁৰ অন্তিম বাণী।

---

# জৰ্জ ৱাছিংটন



জৰ্জ ৱাছিংটনৰ পূৰ্ব্ব-পুৰুষসকল আছিল ইংলণ্ডৰ ডাবহাম্ অঞ্চলৰ মানুহ। ইংৰাজী ১৬৫৭ চনত এই বংশৰে জন আৰু এণ্ড্ৰু ৱাছিংটনে ইংলণ্ড এৰি আমেৰিকাৰ ভাৰ্জিনিয়া প্ৰদেশলৈ উঠি যায়। ভাৰ্জিনিয়াৰ পট'মাক্ নৈৰ কাষত ৱেষ্টম'ৰলেণ্ড্ জিলাত এখনি ডাঙৰ জমিদাৰী পাতি তেওঁলোকে বসবাস কৰিবলৈ আৰম্ভ কৰে। এই জন ৱাছিংটনেই আমেৰিকাৰ যুক্ত-ৰাজ্যৰ জন্মদাতা জৰ্জ ৱাছিংটনৰ আজো-ককাক।

১৭৩২ চনৰ ২২ ফেব্রুয়াৰীৰ দিনা ব্রিজেছ ক্রীক নামে ঠাইত জর্জ ৱাছিংটনৰ জন্ম হয়। তেওঁৰ দেউতাকৰ নাম আছিল অগষ্টাইন্ ৱাছিংটন। মাক মেৰী বল ৱাশিংটন অগষ্টাইনৰ দ্বিতীয়া ভাৰ্য্যা আছিল। অগষ্টাইনৰ প্ৰথমা ভাৰ্য্যাৰ ফালৰ লৰেন্স আৰু অগষ্টাইন নামে দুটি পুত্র আছিল আৰু মেৰীৰ ফালৰ পৰাও জৰ্জ্জৰ বাহিৰে দুজনী ছোৱালী আৰু তিনিটি লৰা হৈছিল। সেই কালত আমেৰিকাত শিক্ষা-দীক্ষাৰ বাবে আজিকালিৰ দৰে আলিয়ে-পদূলিয়ে স্কুল-পঢ়াশালি নাছিল। সাধাৰণতে একো একোজন শিক্ষিত মানুহে একোখন গাঁৱলৈ গৈ টৌ-খুটি মাৰি ছমাহমান কাল কটাই আহিছিল আৰু সেইখিনি সময়ৰ ভিতৰতে গাঁৱৰ সকলো লৰা-ছোৱালীকে গোট খুৱাই সমূহীয়াভাবে কিছু লিখাপঢ়া শিকাই দি আহিছিল। জৰ্জ ৱাছিংটনেও শিক্ষা পাইছিল এনে এটি পঢ়াশালিত। কিন্তু ৱাছিংটনৰ চৰিত্ৰত সকলোতকৈ ডাঙৰ নৈতিক প্ৰভাৱ পৰিছিল মাকৰ আৰু তেওঁৰ সুন্দৰ পৰিয়ালটিৰ। সেই কালৰ আমেৰিকাৰ ইংৰাজ ঔপনিৱেশিকসকলে সচৰাচৰ স্পেন আৰু ফ্রাঞ্চৰ পৰা অহা ঔপনিবেশিকসকলেৰে সৈতে সততে যুঁজ-বাগৰ কৰি থাকিবলগীয়া হৈছিল। ককায়েক লৰেন্স ৱাছিংটনো আছিল ইংৰাজ-বাহিনীৰ এজন সেনাধ্যক্ষ। এই বাবেই সৰুৰে পৰা জৰ্জ ৱাছিংটনৰ মন যুদ্ধৰ ফাললৈকো ঢাল লৈছিল।

এঘাৰ বছৰ বয়সত জৰ্জ ৱাছিংটনৰ দেউতাক ঢুকায়। তেতিয়াৰ পৰা তেওঁ ককায়েক অগষ্টাইনৰ লগত থাকিবলৈ ধৰে আৰু ককায়েকৰ চেষ্টাতে স্কুলত সোমাই নিয়মিতভাবে লিখাপঢ়া কৰিবলৈ সুবিধা পায়। এই সময়তে এবাৰ জৰ্জে স্কুল এৰি দি নৌ-সেনাদলত যোগ দিবৰ দিহা কৰিছিল, কিন্তু মাকৰ বিশেষ অনুৰোধত এই কল্পনা পৰিত্যাগ কৰি পুনৰ স্কুলত সোমাই এই বাৰ জৰীপ কাৰ্য্য শিকিবলৈ ধৰিলে।



স্কুলৰ পৰা ওলোৱাৰ লগে লগে ৱাছিংটন ককায়েকৰ শহুৰেক লৰ্ড ফেয়াৰফক্সৰ সদৰ-আমিন নিযুক্ত হয়। তেতিয়া ৱাছিংটনৰ বয়স মুঠেই ষোল বছৰ। লৰ্ড ফেয়াৰফক্সৰ আমেৰিকাত বহুদূৰ বিস্তৃত ভূ-সম্পত্তি আছিল। এইবিলাক জোখামেলা কৰি তাৰ বিৱৰণী তৈয়াৰ কৰাৰ লগে লগে ৱাছিংটনে আমেৰিকাৰ দেশ আৰু দেশবাসীৰে সৈতে ভালকৈয়ে চা-চিনাকি হ'ল।

এই সময়তে ওহিও উপত্যকা নামে এডোখৰ ঠাই ইংৰাজ আৰু ফৰাচী চৰকাৰ দুয়ো নিজৰ বুলি দাবী কৰাত দুই গভৰ্ণমেণ্টৰ মাজত এখনি খণ্ড-যুদ্ধ লাগিবৰ উপক্ৰম হল। ১৭৫৩ চনত বৃটিছ গভৰ্ণমেণ্টে তেওঁক ফৰাচী গভৰ্ণমেণ্টৰ প্ৰতিনিধিৰ ওচৰলৈ শান্তিদূত হিচাপে পঠিয়ালে। এই সময়ত ৱাছিংটনে ভাজিনিয়াত সামৰিক এড্‌জুটেণ্ট জেনেৰেল হিচাপে কাম কৰি আছিল। ৱাশিংটনে নানান বাধা-বিঘিনি আৰু ছল-কৌশল ব্যৰ্থ কৰি ইমান কৃতকাৰ্য্যতাৰে সৈতে এই দূতৰ কাৰ্য্য সমাধা কৰিলে যে তেতিয়াৰ পৰাই মানুহে তেওঁৰ ভৱিষ্যত সম্বন্ধে অতি ওখ আশা পোষণ কৰিবলৈ ধৰিলে।

ইয়াৰ পিছৰ বছৰতে ৱাছিংটনে তেখেতৰ সামৰিক বাব ত্যাগ কৰিবলৈ বাধ্য হল। বিলাতত বৃটিছ ছেক্রেটৰী অৱ ষ্টেটে এখনি আইন পাছ কৰে, যাৰ বলত ঔপনিবেশিক সৈন্য বাহিনীবিলাকৰ লগত বিলাতৰ মূল বাহিনীৰ সকলো সম্বন্ধ ছেদ কৰা হয় আৰু ঔপনিবেশিক বাহিনীবিলাকত কেপ্টেইনতকৈ ওখ পদৰ বিষয়-ববীয়া ৰখাটো নিষিদ্ধ হয়। এড্‌জুটেণ্ট জেনেৰেল ৱাছিংটনে এই কথাত অপমান বোধ কৰি পদত্যাগ কৰে আৰু নিজৰ পৈতৃক-ভৱন মাউণ্ট ভাৰ্ণনলৈ উভতি গৈ পিছৰ ছোৱা কাল খেতি-বাতি কৰি কটাবলৈ মনস্থ কৰিলে। কিন্তু ঘটনাৰ চক্ৰত পৰি ৱাছিংটনৰ এই আশা সফল নহল।

১৭৫৫ চনত আমেৰিকাত থকা ফৰাচীসকলৰ সৈতে ইংৰাজ সকলৰ তয়া-ময়া যুদ্ধ লাগে। ফৰাচীহঁতৰ বিৰুদ্ধে অভিযান চলাবলৈ জেনেৰেল ব্ৰাডক ইংলণ্ডৰ পৰা আমেৰিকালৈ আহে আৰু তেখেতৰ অনুৰোধতে জৰ্জ্জ ৱাছিংটনে পুনৰ সৈন্যদলত সোমায়। জেনেৰেল ব্ৰাডক অতি অহঙ্কাৰী আৰু আমেৰিকাৰ অৱস্থা সম্পৰ্কে সম্পূৰ্ণ অনভিজ্ঞ মানুহ আছিল। তেখেতৰ যুদ্ধ আৰম্ভ কৰাৰ ধৰণ দেখিয়েই ৱাছিংটনে তেখেতক সাৱধান কৰি কৈছিল বোলে এনে ধৰণৰ যুদ্ধত সৰ্ব্বনাশ অনিবাৰ্য্য। কিন্তু মদগৰ্বী ব্ৰাডকে ৱাছিংটনৰ, আনকি বেঞ্জামিন ফ্ৰেঙ্ক্‌লিনৰ নিচিনা মানুহৰো সাৱধান-বাণী নুশুনিলে। সেই বছৰ জুলাই মাহত ফৰাচী-সকলেৰে সৈতে যুদ্ধত ব্ৰাডকৰ সৈন্যবাহিনী সমূলে ধ্বংস হল আৰু তেখেত নিজেও মৃত্যুৰ মুখত পৰিল। অশ্বাৰোহী সৈন্যৰ মাজত



একমাত্ৰ ৱাছিংটনহে এই যুদ্ধত নমৰাকৈ সাৰি আহিল। তেওঁৰ ককালৰ তলৰ পৰা দুটা ঘোঁৰা গুলী খাই মৰা পৰে। তেওঁৰ পিন্ধা চোলাটো গুলীৰে ফুটা হৈ যায় কিন্তু তথাপি তেওঁ অক্ষত দেহ লৈ ঘূৰি আহে। এই পৰাজয়ৰ দ্বাৰা বৃটিছ সামৰিক শক্তিয়ে ঔপনিবেশিকসকলৰ বিশ্বাস হেৰুৱালে আৰু তেতিয়াৰ পৰাই ঔপনিবেশকসকলৰ মনত স্বাধীনতাৰ ভাবে খেলা কৰিবলৈ আৰম্ভ কৰিলে।

ব্ৰাডকৰ মৃত্যুৰ পিছত ৱাশ্বিংটনক ভাৰ্জিনিয়াৰ সৈন্যবাহিনীৰ সৰ্ব্বপ্ৰধান সেনানায়ক নিযুক্ত কৰা হয়। ক্ৰমান্বয়ে দুবছৰ যুদ্ধ চলাই অৱশেষত ৱাছিংটনে ফ্ৰান্সৰ হাতৰ পৰা দকিনী দুৰ্গ দখল কৰি তাত বৃটিছৰ পতাকা উৰুৱালে।

১৭৫৯ চনত তেওঁ মাৰ্কা কাৰ্টিছ নামে এগৰাকী বিধবা তিৰোতাক বিয়া কৰালে আৰু মাউণ্ট ভাৰ্ণনলৈ ঘূৰি আহি নিজৰ জমিদাৰীৰ তত্বাবধানত লাগেহি। এই ঠাইৰ পৰাই তেখেত ভাৰ্জিনিয়াৰ ব্যৱস্থাপক সভালৈ নিৰ্ব্বাচিত হয় আৰু ইয়াৰ পিছৰ পোন্ধৰ বছৰকাল ব্যৱস্থাপক সভাৰ সভ্য হিচাপে নিজ প্ৰদেশৰ ভালেখিনি সংস্কাৰ সাধে। এই ব্যৱস্থাপক সভাতে সৰ্ব্বপ্ৰথম প্ৰস্তাৱ লোৱা হয় যে ভাৰ্জিনিয়া অধিবাসীসকলৰ ওপৰত কৰ-কাটল লগাবৰ অধিকাৰ কেৱল ভাৰ্জিনিয়াৰ ব্যৱস্থাপক সভাৰহে আছে, বৃটিছ গভৰ্ণমেণ্টৰ নাই। এই প্ৰস্তাৱ গ্ৰহণ কৰাৰ লগে লগে আমেৰিকাৰ ইমূৰৰ পৰা সিমূৰলৈকে স্বাধীনতাৰ উদ্দীপনা জাগি উঠিল।

ইংৰাজসকলেও আমেৰিকাৰ এই নতুনকৈ জাগি উঠা স্বাধীনতাৰ আকাঙ্ক্ষাত বাধা দিবলৈ দৃঢ়প্ৰতিজ্ঞ হল। ব'ষ্টন নগৰৰ অধিবাসীসকলে ভাৰতীয় চাহপাত সেই দেশলৈ নিয়াত বাধা দিছিল। এই বাবে বিলাতৰ পাৰ্লেমেণ্টে ব'ষ্টন বন্দৰ বন্ধ কৰি দিলে। পাৰ্লেমেণ্টৰ এই কাৰ্য্যত গোটেই উত্তৰ আমেৰিকাত বিক্ষোভ জ্বলি উঠে।

১৭৭৫ চনত ১৮ এপ্ৰিলৰ দিনা বৃটিছ জেনেৰেল গেজে লেক্সিংটন নগৰ আক্ৰমণ কৰিলে। লগে লগে আমেৰিকাৰ বেলেগ বেলেগ প্ৰদেশবিলাক লগ লাগি সমূহীয়াকৈ বৃটিছৰ বিৰুদ্ধে থিয় দিলে। এই বছৰৰে জুন মাহত ৱাছিংটনক সমূহ আমেৰিকা-বাহিনীৰ সৰ্ব্বাধিনায়ক নিযুক্ত কৰা হ'ল। ইয়াৰ দুদিনৰ পিছতে ৱাছিংটনে ব'ষ্টনৰ ওচৰত বাঙ্কাৰ্ হিল্ আক্ৰমণ কৰে আৰু তাৰ পিছত ব'ষ্টন অৱৰোধ কৰে। এই সৈন্যবোৰক শিক্ষা দিয়া আৰু বছদ-পাতি যোগান দিয়া আদি সামৰিক কৰ্ত্তব্যৰ বাহিৰেও ৱাছিংটনৰ দায়িত্ব আছিল তেৰখন প্ৰদেশৰ অধিবাসীসকলক একতাৰ ডোলেৰে বান্ধি বৃটিছৰ বিৰুদ্ধে যুদ্ধত লিপ্ত কৰা। এই গধূৰ দায়িত্বৰ বোজা কান্ধত লব পাৰে আমেৰিকাৰ যুক্তৰাজ্যত ৱাছিংটনৰ বাহিৰে তেনে মানুহ আৰু নাছিল। ১৭৭৬ চনৰ মাৰ্চ্চ মাহত ৱাছিংটনে বৃটিছক ব'ষ্টনৰ পৰা উলিয়াই খেদি পঠিয়ালে। ৱাছিংটনৰ নাম আমেৰিকাত প্ৰখ্যাত হৈ উঠিল।

ইয়াৰ পিছত মন্ট্ৰিয়েল আৰু কুইবেক আমেৰিকান সেনাদলৰ হাতলৈ আহিল। ৱাছিংটনৰ তেজ আৰু প্ৰতিভা দেখি বৃটিছৰ



পুৰণি আৰু অভিজ্ঞ সেনাপতিসকলেও বিস্ময় মানিলে। আন হাতে ৱাছিংটনৰ নিজৰ দেশবাসীয়ে তেৰখন উপনিবেশৰ সম্মিলিত জাতি-সংঘত ৱাছিংটনক শলাগ জনাই প্ৰস্তাৱ গ্ৰহণ কৰিলে। ১৭৭৬ চনৰ জুলাই মাহৰ দুই তাৰিখে এই সম্মিলিত জাতি-সংঘত এটি প্ৰস্তাৱ লোৱা হল। আমেৰিকাৰ বুৰঞ্জীত আমেৰিকাৰ কংগ্ৰেছে আৰু ইয়াতোকৈ ডাঙৰ প্ৰস্তাৱ গ্ৰহণ কৰিব নোৱাৰে। এই প্ৰস্তাৱৰ মূল কথা হ'ল,—"এই সম্মিলিত ঔপনিবেশসমূহ, নিজৰ অধিকাৰৰ বলতে মুক্ত আৰু স্বাধীন।" জুলাই মাহৰ চাৰি তাৰিখে এই প্ৰস্তাৱ প্ৰকাশ্য সভাত আলোচনা হৈ গৃহীত হল। সভাঘৰৰ ওপৰৰ পৰা মঙ্গল-ঘণ্টা বজাই দেশবাসীক এই প্ৰস্তাৱ গ্ৰহণ কৰাৰ কথা জনাই দিয়া হল। এয়ে আমেৰিকাৰ স্বাধীনতা দিন চাৰি জুলাই।

কিন্তু প্ৰকৃতপক্ষে স্বাধীনতা আহিবলৈ তেতিয়াও বাকী আছিল। লৰ্ড হাউ, জেনেৰেল বাৰ্গয়্নী, লৰ্ড কৰ্ণৱালিছ আদি বিশিষ্ট ইংৰাজ জেনেৰেলসকলে আৰু চাৰি বছৰ কাল আমেৰিকাত বৃটিছ প্ৰাধান্য অক্ষুণ্ণ ৰাখিবৰ বাবে যুদ্ধ চলায়েই থাকে। কিন্তু ৱাছিংটন, গেইটছ্ আদি নিৰ্ভীক আমেৰিকান জেনেৰেলসকলৰ হাতত তেওঁলোক বাৰে বাৰে পৰাজিত হয়। অৱশেষত ১৭৮১ চনৰ অক্টোবৰ মাহত লৰ্ড কৰ্ণৱালিছে পৰাজয় স্বীকাৰ কৰাৰ লগে লগে আমেৰিকাৰ স্বাধীনতা সমৰৰ ওৰ পৰে। ইয়াৰ পিছতে লৰ্ড কৰ্ণৱালিছ দ্বিতীয় গভৰ্ণৰ জেনেৰেল (১৭৮৬-১৭৯৩) হৈ ভাৰতবৰ্ষলৈ আহে।

এই বাৰ ৱাছিংটনে সকলো উপনিবেশ একেলগে লগ লগাই এখনি যুক্ত-ৰাষ্ট্ৰ সজোৱাত মন দিলে। স্বাধীনতা-যুদ্ধৰ লগে লগে ৱাছিংটনে দেশবাসীৰ মনত এনেদৰে ঠাই পাইছিল যে দেশৰ প্ৰত্যেক উপনিবেশেই একবাক্যে ৱাছিংটনকে ভৱিষ্যৎ যুক্ত-ৰাজ্যৰ ৰাষ্ট্ৰপতি বা প্ৰেছিডেণ্ট্ পাতিলে। ইয়াৰ পিছতহে আইনমতে সাধাৰণ নিৰ্ব্বাচন আৰম্ভ হল। ১৭৮৮ চনৰ চাৰি মাৰ্চ্চৰ পৰা চাৰি বছৰৰ বাবে ৱাছিংটন যুক্তৰাজ্যৰ ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত হল।

সেই বছৰৰে যোল মাৰ্চ্চৰ দিনা তেখেতে নিজৰ ডায়েৰীত লিখি থৈ গৈছে—"আজি মই মাউণ্ট ভাৰ্ণন ত্যাগ কৰিলোঁ। মোৰ ঘৰুৱা সুখ-স্বাচ্ছন্দ্য আৰু ব্যক্তিগত জীৱনো ত্যাগ কৰিলোঁ। কি দুশ্চিন্তা আৰু গভীৰ বেদনাৰ মাজেদি মই দেশৰ আহ্বান কান্ধত লৈ, দেশৰ সেৱাৰ বাবে নিউ য়ৰ্কলৈ যাত্ৰা কৰিলোঁ সেই কথা ভাষাৰে বৰ্ণাই লিখিব নোৱাৰোঁ।"

বাস্তৱিকতে সেই সময়ত দেশৰ নানান মতামত একেলগ কৰি, কিছুমান খণ্ড খণ্ড দেশ একেলগ কৰি এখনি বিৰাট দেশ, এটি বিৰাট জাতি গঢ়ি তুলিবলৈ ৱাছিংটনৰ প্ৰতিভাৰ আৱশ্যক হৈছিল। ৱাশ্বিংটনে প্ৰদেশৰ আনুগত্য আৰু ৰাষ্ট্ৰৰ আনুগত্য বেলেগে বেলেগে চাব নোৱাৰিছিল। তেওঁ ভাবিছিল—তেওঁৰ সকলোতকৈ ডাঙৰ কৰ্ত্তব্য হৈছে দেশ আৰু পৰমেশ্বৰৰ বাবে। তেওঁ আন কোনো প্ৰভু স্বীকাৰ নকৰিছিল।

ৱাছিংটনৰ চৰিত্ৰত হয়তো জাকজমক লগোৱা প্ৰেমৰ কাহিনী নেথাকিব পাৰে, বিচিত্ৰ অভিজ্ঞতাৰ সোৱাদ সনা সাধুৰ



অভাৱ হ'ব পাৰে কিন্তু এজন মানুহৰ ভিতৰত যিখিনি সদ্গুণ গোট খাবলৈ পাৰে, সেই সকলোখিনিয়েই ৱাছিংটনৰ গাত আছিল। জ্ঞান আৰু বুদ্ধি, কোমলতা আৰু কাঠিন্য, অদম্য ন্যায়-নিষ্ঠা, বিপুল সাহস, অপৰিসীম ধৈৰ্য্য, নিৰ্ভীক সত্যনিষ্ঠা আৰু মহৎ ঔদাৰ্য্যই তেখেতৰ জীৱন সৌন্দৰ্য্যমণ্ডিত কৰি তুলিছিল।

প্ৰথম বাৰৰ ৰাষ্ট্ৰপতিৰ কাল উকলি যোৱাৰ পিছত দেশবাসীয়ে তেওঁক পুনৰ দ্বিতীয় বাৰৰ বাবে ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত কৰিলে। ১৮৯৭ চনত তেওঁৰ দ্বিতীয় বাৰৰ ৰাষ্ট্ৰপতিৰ কাল উকলি যোৱাত দেশবাসীয়ে তেওঁক তৃতীয়বাৰ ৰাষ্ট্ৰপতি হ'বলৈ ধৰে। কিন্তু ৱাছিংটনে তিনি বাৰকৈ ৰাষ্ট্ৰপতিৰ আসন দখল কৰি বহি থকাটো দেশৰ বাবে মঙ্গলজনক নহয় বুলি সেই সন্মান লবলৈ মান্তি নহল। ৱাছিংটনৰ পিছৰ পৰা ফ্ৰেঙ্ক্লিন্ ৰুজভেল্টৰ কাল-লৈকে এই সুন্দৰ নিয়মটো চলি আছিল। ৱাছিংটনে এই বাৰ জিৰণি লবলৈ পুনৰ পট'মাৰ নৈৰ পাৰৰ পৈতৃক বাসভৱন মাউণ্ট ভাৰ্ণনলৈ ঘূৰি আহিল। কিন্তু স্বাধীনতাৰ বীৰে এই জিৰণি বেছি কাল ভোগ কৰিবলৈ নেপালে। ১৭৯৯ চনৰ ডিচেম্বৰ মাহত এদিন তেখেতে বৰফ বৃষ্টিৰ মাজেদি ঘোঁৰাত উঠি যাবলগীয়া হৈছিল। সেই দিনা গধূলি ঘূৰি অহাৰ পিছত তেখেত কঠিন লেৰিংজাইটিছ ৰোগত আক্ৰান্ত হল। তাৰ দুদিন পিছতে ডিচেম্বৰ মাহৰ ১৪ তাৰিখে তেওঁ ঢুকাল। "জাতিৰ জীৱনৰ সম্মুখত আহি থিয় দিয়া মহত্তম পুৰুষে" এই দৰেই পৃথিবীৰ পৰা বিদায় মাগিলে।

# ছান য়েৎ ছেন্



চীন দেশত ৰাজতন্ত্ৰৰ ওৰ পেলাই গণতন্ত্ৰ প্ৰতিষ্ঠা কৰা মহাপুৰুষজনৰ নাম ডাঃ ছান য়েৎ ছেন্। ৰাজতন্ত্ৰ-শাসনত ৰজাই দেশৰ গৰাকী। ৰজাই ইচ্ছামতে আইন কৰিবও পাৰে আৰু আইন ভাঙিবও পাৰে, প্ৰজাক তাৰিবও পাৰে, মাৰিবও



পাৰে. দেশবাসীক ৰণলৈও নিব পাৰে, আনৰ তলতীয়াও কৰি পেলাব পাৰে। গণতন্ত্ৰত ৰজা নাই। গণতন্ত্ৰৰ গণ অৰ্থাৎ ৰাইজেই শাসক। সমূহ দেশবাসীয়ে ভোট দি নিৰ্ব্বাচন কৰা প্ৰতিনিধিসকলে চৰকাৰ গঠন কৰি দেশ শাসন কৰে। ৰাজতন্ত্ৰত ৰজাক প্ৰায়েই অত্যাচাৰী, বিলাসী আৰু দেশৰ কল্যাণ সাধনত অমনোযোগী দেখা যায়। কিন্তু প্ৰজাই অত্যাচাৰ পায়ো মাত মাতিব নোৱাৰে। গণতন্ত্ৰত ৰাইজে পতা চৰকাৰ অকৰ্ম্মণ্য হলে ৰাইজেই সেই চৰকাৰ ভাগি দিব পাৰে। ডাঃ ছান য়েৎ ছেনে চীন দেশত গণতান্ত্ৰিক শাসন প্ৰৱৰ্ত্তন কৰে। তেওঁক আধুনিক চীনৰ পিতা বুলিব পাৰি।

মাঞ্চু জাতিৰ চিন বংশই চীন দেশৰ শেষ ৰাজবংশ। এওঁলোকৰ শাসন কালত দেশৰ অনেক অৱনতি ঘটে। পুৰণি উন্নতিশীল দেশবিলাকৰ ভিতৰত চীনকেই আগ ঠাই দিব লাগিব। চীনৰ সভ্যতা পৃথিৱীৰ ভিতৰতে পুৰণি। চীনা মহাজাতিয়েহে অকল চাৰি হেজাৰৰো ওপৰ কাল এটা জাতি হৈ থাকিব পাৰিছে। কম্পাছ বা দিক্‌নিৰ্ণয় যন্ত্ৰ, প্ৰেছ বা ছপাকল, কাগজ, খাৰ্‌বাৰুদ এই কেইটা অমুল্য বস্তু চীনা-সভ্যতাৰ দান। এজন লিখকে কৈছে বোলে চীনাসকল যেন শিলবোৰতকৈ পুৰণি কিন্তু মাঞ্চুসকলৰ হাতত এফালে যেনেকৈ চীন দেশ বহুত ক্ষেত্ৰত ঐশ্বৰ্য্যবান হৈ উঠিছিল, তেনেকৈ আন ফালে দেশত অধঃপতনেও দেখা দিছিল। ১৬৪৪ খৃষ্টাব্দত উত্তৰ-পূব চীনৰ অসভ্য জাতি মাঞ্চুসকলে চিন-বংশ প্ৰতিষ্ঠা কৰে। এশ বছৰ

মান সুন্দৰভাৱে ৰাজত্ব কৰাৰ পিছত মাঞ্চু ৰজাসকল বেয়া হৈ আহিল। তেওঁলোকে ভোগ-বিলাসতে বুৰ গৈ থাকিবলৈ ধৰিলে। ৰাজকৰ্ম্মচাৰীসকল অসৎ হৈ উঠিল আৰু তেওঁলোকে ভেটী খাই ৰাজভঁড়ালৰ তলী উদং কৰিবলৈ ধৰিলে। অকল প্ৰধানমন্ত্ৰী এজনেই সেই কালত বছৰি গড়ে চাৰি কোটি তায়েল ভেটী খাইছিল। এনে নীচ শাসকৰ সদগতি আছে নে? ইপিনে দেশৰ নানান ঠাইত বিদ্ৰোহ, ডকাইতি আদিয়ে দেখা দিলে। তদুপৰি বিদেশী আক্ৰমণৰ হেঁচাত দেশ জুৰুলা হৈ পৰিল। জাপানে মাঞ্চুকো দখল কৰিলে। কানি-বেপাৰ লৈ কাজিয়া লাগি বৃটেইনে চীনক যুদ্ধত ঘটুৱাই হং হং অধিকাৰ কৰিলে আৰু কেবাটাও বন্দৰ বাণিজ্যৰ বাবে মুকলি কৰি দিলে। ফ্ৰান্স-ইংলণ্ডৰ হাতত এবাৰ, আৰু ইংলণ্ড, ফ্ৰান্স, ৰুছিয়া, জাপান, জাৰ্ম্মানী, যুক্তৰাজ্য, অষ্ট্ৰিয়া আৰু ইতালিৰ ঐক্যবদ্ধ সৈন্যৰ হাতত এবাৰ মাঞ্চু-ৰজা বৰ বেয়াকৈ ঘাটে। এই দেশত প্ৰজাই সুখ-শান্তিৰে বাস কৰিব পাৰে নে?

এই কুশাসনৰ অন্ত পেলাই ৰাইজৰ শাসন আৰু ৰাইজৰ চৰকাৰ স্থাপন কৰিবলৈ ডাঃ ছান য়েৎ ছেনে সঙ্কল্প কৰিছিল। অসৎ শাসন আৰু বিদেশী ব্যৱসায়ীসকলৰ বিৰুদ্ধে চীনা জনসাধাৰণো তলে তলে জঁকি উঠিছিল। ডাঃ ছানে তেওঁলোকৰ নেতৃত্ব বহন কৰিলে।

১৮৬৬ খৃষ্টাব্দত দক্ষিণ চীনৰ চয় হং নামেৰে সৰু গাঁও এখনিত ছান য়েৎ ছেনৰ জন্ম হয়। তেওঁ দুখীয়া মানুহৰ ল'ৰা



আছিল। কিন্তু ৰাইজ আৰু দেশৰ সেৱাৰ নিচিনা ডাঙৰ কাম কৰিবলৈ হেঁপাহ থাকিলে মানুহক জানো কিহবাই বাধা দিব পাৰে? ল'ৰা কালতে এজন বিপ্লৱী নেতাৰ কথা শুনি ছানে ভাবিলে বোলে তেৱোঁ বিপ্লৱী হব। ছাত্ৰ অৱস্থাৰে পৰা তেওঁ দেশৰ হিত চিন্তা কৰি আহিছে। স্কুল-কলেজৰ বন্ধুসকলৰ লগত তেওঁ চীন দেশৰ উন্নতি সাধন সম্বন্ধে তৰ্ক-আলোচনা কৰিছিল। ছাত্ৰ অৱস্থাতে দেশৰ বিষয়ে গৰম গৰম বক্তৃতা দিয়া ছান মাঞ্চু চৰকাৰৰ চকুত পৰিছিল। ছাত্ৰ অৱস্থাতে তেওঁ মাঞ্চু শাসনৰ বিৰুদ্ধে আৰু বিদেশী বণিকৰ বিৰুদ্ধে প্ৰচাৰ কাৰ্য্য চলাবলৈ ধৰিলে। হংকং মেডিকেল কলেজৰ পৰা ডাক্তৰী পাছ কৰা প্ৰথম চীনা ছাত্ৰ ছান য়েৎ ছেনে মাকাও আৰু কোৱাংচৌত ডাক্তৰী কৰিবলৈ আৰম্ভ কৰিলে। কিন্তু তেওঁ দেখাতহে ডাক্তৰ। আচলতে তলে তলে তেওঁ বিপ্লৱৰ প্ৰচাৰ কাৰ্য্য চলাই যাবলৈ ধৰিলে। মাঞ্চু চৰকাৰ আৰু চীনা জনসাধাৰণে ভাবিলে—তেওঁ ভয়ানক ধৰণৰ বিপ্লৱী। চৰকাৰে তেওঁৰ ওপৰত চকু ৰাখিবলৈ ধৰিলে। কিন্তু জনসাধাৰণৰ বহুতেই ডাঃ ছানক সহানুভূতি দেখুৱাবলৈ ধৰিলে। চীন দেশৰ কেইবাটাও ৰাজনৈতিক দলে তেওঁক সহায় কৰিবলৈ আগবাঢ়িল। ১৮৯৫ খৃষ্টাব্দত জাপানৰ হাতত মাঞ্চু ৰজা পৰাজিত হ'ল। ফলত ৰজা প্ৰজাৰ ওচৰত হেয় হৈ পৰিল। এই সোণালী সুযোগতে ডাঃ ছানৰ দলে কেণ্টনত বিদ্ৰোহ আৰম্ভ কৰি দিলে।

কিন্তু চীনৰ প্ৰাচীৰতো আৰু একে দিনে হৈ উঠা নাই। প্ৰথম প্ৰচেষ্টাত ডাঃ ছান কৃতকাৰ্য্য হব নোৱাৰিলে। তেওঁৰ গোটেইবোৰ আয়োজনৰ কথা চৰকাৰে জানিব পাৰিলে। প্ৰাণ লৈ টনাটনি হোৱাত তেওঁ জাপানলৈ পলাই গ'ল। জাপানৰ পৰা আমেৰিকা আৰু তাৰ পৰা তেওঁ য়ুৰোপলৈ গৈ আশ্ৰয় ললে। মহৎ কামত বাধা-বিঘিনি অলেখ। দেশ উদ্ধাৰৰ সঙ্কল্প লৈ নেতাজী সুভাষচন্দ্ৰ বসুৱেও ভাৰতৰ পৰা পলাই গৈছিল। স্বাধীন আয়াৰৰ প্ৰতিষ্ঠাকাৰী ইমন ডি ভেলেৰাও গ্ৰেপ্তাৰ হোৱাৰ পৰা হাত সাৰিবলৈ আমেৰিকালৈ পলাই যাব লগাত পৰিছিল। কিন্তু শত বাধা-বিঘিনিয়েও এই মহাপুৰুষসকলক তেওঁলোকৰ পথৰ পৰা বিৰত কৰিব নোৱাৰিছিল। ডাঃ ছানক আন কি লণ্ডনত থকা মাঞ্চুৰাজৰ দূতাবাসৰ কৰ্ম্মচাৰীসকলে ধৰি এবাৰ লুকুৱাই থৈছিল। ইংৰাজ চৰকাৰৰ আৰু আন ইংৰাজ শুভা-কাঙ্ক্ষীৰ চেষ্টাত তেওঁ সেই যাত্ৰালৈ সাৰে। মাঞ্চু চৰকাৰ ওফৰাবলৈ কৰা প্ৰথম চেষ্টা বিফল হোৱাৰ পিছত তেওঁৰ ভালেমান সহযোগী বিপ্লৱীক চৰকাৰে ধৰি ফাঁচী দিলে। তথাপিও পৰাজয় স্বীকাৰ নকৰি ডাঃ ছানে বিদেশত বিপ্লৱী প্ৰচাৰ কাৰ্য্য চলাই যাবলৈ ধৰিলে। জাপান, আমেৰিকা আৰু য়ুৰোপৰ প্ৰবাসী চীনাসকলৰ মাজত গণতন্ত্ৰ প্ৰতিষ্ঠা কৰিবলৈ তেওঁ চলোৱা অভিযানৰ বিষয়ে কৈ ফুৰিবলৈ ধৰিলে। যি সকলৰ ফাঁচী হ'ল সেইসকল ৰাইজৰ চৰকাৰ স্থাপন কৰিব খোজা সংগ্ৰামত শ্বহীদ হ'ল।



১৯০৫ চনত য়ুৰোপতে ডাঃ ছানে তেওঁৰ বিপ্লৱী দল প্ৰতিষ্ঠা কৰে। প্ৰথমে ব্ৰেছেলছত, তাৰ পিছত বাৰ্লিন, পেৰিছ আৰু টকিয়'ত দলৰ শাখা গঠিত হয়। গোটেই পৃথিবীতে এইদৰে আন্দোলন গঢ়ি উঠিল। চীন দেশৰ সকলো ঠাইতে বিপ্লৱী, মুক্তি-যুঁজৰ সৈনিকসকল সিচৰতি হৈ পৰিল। দেশৰ বাহিৰে-ভিতৰে মুক্তিৰ সংগ্ৰাম চলিল। কিন্তু বিপ্লৱীসকল একত্ৰিত হব নোৱাৰাৰ বাবে তেওঁলোক পদে পদে ব্যৰ্থ হৈছিল। ১৯১১ চনৰ মাৰ্চ্চ মাহত কেণ্টনত বাসত্তৰ জন বিপ্লৱীয়ে প্ৰাণ হেৰুৱাব লগাত পৰে। তথাপি আন্দোলন চলি থাকে। জন-সাধাৰণৰ বুকুত উমি উমি জ্বলি থাকে বিদ্ৰোহৰ জুই। সেই জুই এদিন হঠাৎ ডাঙৰকৈ জ্বলি উঠে। হুপেই প্ৰদেশত জনসাধাৰণে বিপ্লৱৰ পতাকা উৰুৱাই দিলে।

তেতিয়া ১৯১১ চনৰ অক্টোবৰ মাহ। চাওঁতে চাওঁতে বন-জুইৰ দৰে সেই বিপ্লৱৰ জুই এমাহৰ ভিতৰতে দহখন প্ৰদেশত বিয়পি পৰিল। ৰাইজক অত্যাচাৰী ৰজাৰ শাসন নেলাগে। এই বিপ্লৱ তাৰেই আত্মপ্ৰকাশ।

বিপ্লৱ আৰম্ভ হোৱাৰ সময়তো ডাঃ ছান দেশান্তৰী। চেকোশ্লভেকিয়াক অষ্ট্ৰিয়া-জাৰ্ম্মাণিৰ কবলৰ পৰা উদ্ধাৰ কৰিবলৈ প্ৰেছিডেণ্ট মাছাৰীকে যি আন্দোলন চলাইছিল, সেই বিপ্লৱ আৰম্ভ হোৱাৰ সময়ত মাছাৰীকো আছিলগৈ ৱাছিংটনত। ডাঃ ছানক ধৰি দিওঁতাক এক লাখ পাউণ্ড পুৰস্কাৰ দিয়া হব বুলি

মাঞ্চু সম্ৰাটে ঘোষণা কৰি থৈছে। এনে অৱস্থাত ডাঃ ছান জানো দেশতে থাকিব পাৰে ?

কিন্তু অৱশেষত তেওঁ স্বদেশলৈ উভতি আহিব পৰা হ'ল। তেওঁৰ সহযোগীসকলে তেওঁক দেশৰ মাটিলৈ উলটি আহিবলৈ মাতি পঠালে। তেওঁ আহি ছাংহাইৰ সকলো প্ৰদেশৰ প্ৰতিনিধি-সকলৰ এখন সম্মিলন পাতিলে। সেই সম্মিলনতে স্থিৰ কৰা হ'ল বোলে নান্‌কিঙত অস্থায়ী চৰকাৰ গঠন কৰা হব আৰু ডাঃ ছান হব সেই চৰকাৰৰ প্ৰথম প্ৰেছিডেণ্ট। ১৯১২ চনৰ এক জানু-ৱাৰীত নানকিঙত ৰাইজৰ চৰকাৰ উদ্বোধন কৰা হ'ল। ৰাইজৰ প্ৰতিনিধিসকলক লৈ পাৰ্লেমেণ্ট গঠিত হ'ল। চীন দেশ গণতন্ত্ৰ বা গণৰাজ্য, দেশ শাসনৰ অধিকাৰ প্ৰত্যেক প্ৰজাৰে আছে, সকলো দেশবাসীৰে সমান অধিকাৰ—এই বুলি ঘোষণা কৰি দিয়া হ'ল।

মাঞ্চু ৰজাই বিদ্ৰোহ দমাবলৈ পতা প্ৰধানমন্ত্ৰী আৰু প্ৰধান সেনাপতি ইউ-আন-শ্বি-কায়ে প্ৰৱঞ্চনা কৰি জনালে বোলে ৰাষ্ট্ৰ-নায়কৰ বাবটো তেওঁক দিলে তেওঁ নতুন গণতন্ত্ৰৰ সৈন্য বাহিনীক সহায় কৰিব। মাঞ্চু সম্ৰাটকো তেওঁ সিংহাসনৰ পৰা খেদিব। ডাঃ ছানে পদত্যাগ কৰি প্ৰেছিডেণ্টৰ আসন ইউ-আনক এৰি দিলে। ডাঃ ছানে বিচাৰিছিল ৰাজতন্ত্ৰৰ ঠাইত গণতন্ত্ৰ, যশ বা ক্ষমতা নহয়। কিন্তু প্ৰতাৰক ইউআনে যে স্বাৰ্থ সিদ্ধিহে কৰিব খুজিছে এই কথাৰ বুজ পাই ডাঃ ছানে চুং হোৱা কে মিং তাং নামেৰে নতুন দল গঠন তাৰ কৰি পোতক তুলিবলৈ সাজু হ'ল। অৱশ্যে ইউআনৰ মৃত্যু হোৱাত যেনিবা বিপদ আপোনা-আপুনিয়েই আঁতৰিল। কিন্তু তেওঁ বহুতো অপকাৰ কৰি থৈ গ'ল। তেওঁৰ স্বদেশৰ স্বাধীনতা বিদেশীৰ ওচৰত বিক্ৰী কৰিছিল—সম্ৰাট হোৱাৰ দুৰাকাঙ্ক্ষাত। তেওঁৰ দিনতে ঠায়ে ঠায়ে আকৌ খুদ খুদ চৰ্দ্দাৰসকলে মূৰ দাঙি উঠিছিল। নতুন দল গঠন কৰিও ডাঃ ছান সফল হব পৰা নাছিল। তেওঁ অৱশেষত চুং কুও মিণ্টাং (বা চমুকৈ কুওমিণ্টাং) দল গঠন কৰি সমূহ বিপ্লৱীক একত্ৰিত কৰিলে আৰু সৈন্য-বাহিনীত বুঢ়া, নিষ্কৰ্ম্মা লোকৰ পৰিৱৰ্ত্তে তেজাল ডেকা ৰণুৱাক ভৰ্ত্তি কৰিলে। জেনেৰেল চিয়াং কাই ছেকৰ তত্বাৱধানত সামৰিক শিক্ষাকেন্দ্ৰ খুলি ডেকাসকলক শিক্ষা দিবলৈ লোৱা হ'ল। এই সামৰিক শিক্ষা-কেন্দ্ৰই ডাঃ ছানক সবলতাৰ পথলৈ লৈ গ'ল। ১৯২৩ চনত ডাঃ ছানৰ অধীনত কেণ্টনত সামৰিক চৰকাৰ গঠন কৰা হ'ল। তেওঁ আদেশ দিলে সকলো অসমান চুক্তি বাতিল হব, ৰণপিপাসু চৰ্দ্দাৰসকলক উচ্ছেদ কৰা হব আৰু চীনৰ জাতীয়তা, জনসাধাৰণৰ শাসন, সকলোৰে সমান অধিকাৰ—এই তিনিটা নীতি মতে দেশৰ সংস্কাৰ হব।



ডাঃ ছানৰ পৰিবাৰ চিং লিং বা মেডাম ছান য়েৎ ছেনো এগৰাকী বিপ্লৱী গাভৰু আছিল। আমেৰিকাৰ পৰা বি-এ পাছ কৰি আহি তেওঁ কুওমিণ্টাং দলত যোগ দিয়ে আৰু জাপানলৈ পলাই যায়। তেওঁ প্ৰথমে ডাঃ ছানৰ ছেক্ৰেটৰী আছিল, পিছত ডেকা ছানক বিয়া কৰায়। বিখ্যাত ছুং পৰিয়ালৰ তিনি গৰাকী

বায়েক-ভনীয়েক হৈছে প্ৰথম মেডাম কুং, দ্বিতীয় মেডাম ছান আৰু তৃতীয় মেডাম্ চিয়াং কাইছেক। তেওঁলোকৰ নিজা নাম ক্ৰমে আই লিং, চিং লিং আৰু মেই লিং। তিনিও জনাৰ ভিতৰত চিং লিং বা মেডাম ছান আটাইতকৈ সুন্দৰী। তেওঁ একেলগে কোমলপ্ৰাণা আৰু বীৰতেজাও। তেওঁ এতিয়াও জীৱিত। ডাঃ আৰু মেডাম ছান য়েৎ ছেন দুয়ো খৃষ্টান ধৰ্ম্মাৱলম্বী আছিল।

১৯২৫ চনত ডাঃ ছানৰ মৃত্যু হল। অত্যাধিক পৰিশ্ৰমৰ ফলতেই তেওঁৰ অকাল মৃত্যু ঘটে।

সি যি নহওক তেওঁৰ অনুবৰ্ত্তীসকলে তাৰ পিছত তেওঁৰ ইচ্ছামতে কাম কৰি যাবলৈ ধৰে। কুওমিণ্টাং দলে কেণ্টনত জাতীয় চৰকাৰ গঠন কৰে আৰু উত্তৰাংশত থকা চৰকাৰৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰে। ৰণ নেতাসকল উচ্ছেদ হয় আৰু অৱশেষত ১৯২৮ চনৰ ভিতৰত গোটেই চীনদেশ কুওমিণ্টাং চৰকাৰৰ হস্তগত হয়।

---

# লেনিন



১৯১৭ চনৰ মাৰ্চ্চ মাহত হোৱা বিপ্লৱৰ আগলৈকে ৰুছিয়াৰ শাসন-প্ৰণালী আছিল ৰাজতন্ত্ৰ। ৰজা বা সম্ৰাটসকলে 'জাৰ্' খিতাপ লৈছিল। ১৫৪৭ চনৰ পৰা ১৯১৭ চনলৈকে এই প্ৰায় ৪৭০ বছৰ কাল জাৰসকলে স্বৈৰাচাৰীভাবে দেশ শাসন

কৰিছিল। জাৰসকলৰ মুখৰ কথাই আছিল আইন। ইংলণ্ডৰ দৰে তাত ৰাইজে ভোট দি বাছি পঠোৱা প্ৰতিনিধিৰে গঠিত বিধান মণ্ডল বা সংসদৰ কোনো ব্যৱস্থা নাছিল। জাৰসকলে স্বেচ্ছাতন্ত্ৰক কেৱল যে পৰম সত্য বুলিয়ে ধৰি লৈছিল এনে নহয়; ইয়াৰ ব্যতিক্ৰম হলে স্বয়ং ভগৱানৰে ইচ্ছাৰ বিৰুদ্ধাচৰণ কৰা হব বুলিও তেওঁলোকে ভাবি লৈছিল। সেইদেখি তেওঁলোকে দেশত কোনো প্ৰকাৰৰ ৰাজনৈতিক আন্দোলন হব নিদিছিল আৰু হলেও নিৰ্ম্মমভাবে দমন কৰি পেলাইছিল। এনে বৰণৰ আন্দোলন দমাই ৰাখিবৰ বাবে তেওঁলোকে বিশেষ ধৰণৰ ৰাজনৈতিক গোৱেন্দা পুলিচৰ দপ্তৰ এটাকে খুলিছিল। এই পুলিচকে 'ওখৰাণা' বোলে। ওখৰাণাৰ চোৰাংচোৱাসকল বেলেগ বেলেগ ৰাজনৈতিক দলৰ সভ্য ভৰ্ত্তি হৈ সেই দলবোৰৰে নেতা সাজি দলৰ ভিতৰুৱা সকলো বা-বতৰা সংগ্ৰহ কৰি পুলিচক দি আছিল। ৰাজনৈতিক কৰ্ম্মীসকলক গ্ৰেপ্তাৰ কৰি জেল-জৰিমনা কৰা হৈছিল আৰু প্ৰায়েই ছাইবেৰিয়ালৈ নিৰ্ব্বাসিত কৰা হৈছিল। ছাইবেৰিয়াই আছিল ৰুছিয়াৰ কলিয়াপানী।

এই ৰুছিয়াতে ভলগাৰ পাৰত ছিমবাৰ্স্ক নামৰ নগৰখনত ১৮৭০ চনৰ ২২ এপ্ৰিল তাৰিখে লেনিনৰ জন্ম হৈছিল। তেওঁৰ আচল নাম হৈছে ব্লাদিমিৰ্ ইলিক্ উল্যানভ্। তেওঁৰ মাক মেৰিয়া আছিল এলেকজান্দ্ৰভ্না। তেওঁ ডাক্তৰ এজনৰ জীয়েক। পিতাক ইল্যা নিকোলায়েভিক্ উল্যানভ্



গণিত আৰু পদাৰ্থ-বিজ্ঞানৰ শিক্ষক আছিল। ধৰ্ম্ম আৰু ৰাজনীতি দুয়োটাতে ৰক্ষণশীল মনোবৃত্তিৰ লোক হিচাপে খ্যাত এই স্কুল পৰিদৰ্শকজনৰ ছটি লৰা-ছোৱালীৰ ভিতৰৰ তিনিটিয়েই পিছলৈ ঘোৰ বিপ্লৱীত পৰিণত হৈছিল।

ডাঙৰ জন পুতেক হৈছে আলেক্জেণ্ডাৰ উল্যানভ্। ছাত্ৰাৱস্থাত প্ৰাণীতত্ত্বৰ প্ৰতি তেওঁৰ বৰ ৰাপ আছিল আৰু পঢ়া সাং কৰি উঠিয়েই তেওঁ 'এনিলাইড্' সম্বন্ধে গৱেষণা কৰিছিল। কিন্তু পিছত তেওঁৰ মন সন্ত্ৰাসবাদী ৰাজনীতিৰ ফাললৈ ঢাল খালে। কেইজনমান লগৰীয়াৰ সৈতে যোগ হৈ ১৮৮৭ চনৰ এক মাৰ্চ্চৰ দিনা, তেওঁ জাৰ তৃতীয় আলেকজেণ্ডাৰৰ প্ৰাণ নাশ কৰাৰ ষড়যন্ত্ৰ কৰে। কিন্তু পুলিচে আগতে ষড়যন্ত্ৰৰ উমান পোৱাত উল্যানভ্ সদলবলে ধৰা পৰিল। এই অপৰাধতে ১৮৮৭ চনৰ আঠ মে তাৰিখে উল্যানভৰ ফাঁচী হল। তেওঁৰ তেতিয়া বয়স হৈছিল একুৰি এবছৰ।

ভায়েক ব্লাদিমিৰ উল্যানভৰ পক্ষে ককায়েক আছিল আদৰ্শ স্বৰূপ। ছিমবাৰ্স্কত বাতৰি কাকতখন মেলি লৈয়েই ব্লাদিমিয়ে দেখিলে—ককায়েকৰ ফাঁচীৰ হুকুম। তেওঁ তেতিয়াই প্ৰতিজ্ঞা কৰিলে—"মই ইয়াৰ প্ৰতিশোধ লৈহে এৰিম।" মেৰিয়া ছাভেঙ্কা নামে চুবুৰীৰে তিৰোতা এগৰাকীয়ে মাত লগালে,—"থ, থ বোপাই! ৰামে ৰজা হবি। তই কেনেকৈ প্ৰতিশোধ লবি?" "চাই থাকাচোন, কৰ পানী কলৈ যায়। মই প্ৰতিশোধ লম বুলিছোঁ যেতিয়া লমেই"—উত্তৰ আহিল।

১৮৮৭ চনত ষোল বছৰ বয়সত ছিমবাৰ্স্ক জিম্নাছিয়ামৰ পৰা ব্লাদিমিৰ উল্যানভ কৃতিত্বৰে পৰীক্ষাত উত্তীৰ্ণ হল। স্কুলৰ আটাইতকৈ ভাল লৰা বুলি তেওঁ সোণৰ পদক এটাও পালে। কিন্তু ভাল লৰা হলে হব কি? বিপ্লৱী গুপ্তঘাতক এটাৰ তেওঁ ভায়েক। বিশ্ববিদ্যালয়ত তেওঁৰ ভৰ্ত্তি কৰিবলৈ কৰ্ত্তৃপক্ষৰ নিষেধ। যি নহওক, ছিমবাৰ্স্ক জিমনাছিয়ামৰ ডিৰেক্টৰ ফিয়ডৰ কেৰেন্স্কীয়ে তেওঁক এখন চাৰ্টিফিকেট দিলে এই বুলি—"স্কুলৰ ভিতৰতে হওক বা বাহিৰতে হওক, উল্যানভে শিক্ষকসকলক অসন্তুষ্ট কৰাৰ কথা মোৰ মনত নপৰে। লৰাৰ মানসিক আৰু নৈতিক শিক্ষা ভাল, ধৰ্ম্মত অটল বিশ্বাস···ইত্যাদি।" এই চাৰ্টিফিকেটৰ বলতে লেনিনে বিশ্ববিদ্যালয়ত প্ৰৱেশৰ অধিকাৰ লাভ কৰে।

লেনিনে ছিমবাৰ্স্ক জিম্নাছিয়ামৰ শিক্ষা সাং কৰাৰ এমাহ মানৰ আগতে পিতাক ঢুকাল। পিতাকে উইল কৰি ফিয়ডৰ কেৰেন্স্কীক তেওঁৰ লৰা-ছোৱালীৰ অভিভাৱক পাতি থৈ গৈছিল। কালৰ গতি ইমানেই বিচিত্ৰ যে ১৯১৭ চনৰ নবেম্বৰ মাহত এই ফিয়ডৰৰ পুতেক এলেকজেণ্ডাৰ কেৰেন্স্কীৰ চৰকাৰটোকে গুৰাই লেনিনে তেওঁৰ ছোভিয়েট চৰকাৰ প্ৰতিষ্ঠা কৰিলে।

কাজান বিশ্ববিদ্যালয়ত ভৰ্ত্তি হৈয়ে লেনিনে ছাত্ৰ আন্দোলনত যোগ দিলে। ১৮৮৭ চনৰ চাৰি ডিচেম্বৰ তাৰিখে বিশ্ববিদ্যালয়ৰ ডীন্ বা বিদ্যাধীশৰ ওচৰত ছাত্ৰসকলৰ দাবী জনাই তেওঁ এখন



স্মাৰক-পত্ৰ দাখিল কৰিলে। ফলত তেওঁক লগৰ অন্যান্য ভুকুৰি জন ছাত্ৰৰ সৈতে গ্ৰেপ্তাৰ কৰা হয় আৰু বিশ্ববিদ্যালয়ৰ পৰা বহিষ্কাৰ কৰা হয়।

মাকে অশেষ চেষ্টা কৰিও লেনিনক বিশ্ববিদ্যালয়ত পুনৰ ভৰ্ত্তি কৰিব নোৱাৰিলে। অৱশেষত পেট্ৰগ্ৰেডলৈ গৈ শিক্ষা-মন্ত্ৰী-দপ্তৰক মাকে বৰকৈ অনুনয়-বিনয় কৰাত লেনিনক পেট্ৰগ্ৰেড বিশ্ববিদ্যালয়ৰ পৰাই আইনৰ পৰীক্ষা দিবলৈ অনুমতি দিয়া হয়। ১৮৯১ চনত লেনিনে তাৰ পৰাই কৃতিত্বেৰে আইন পৰীক্ষা পাছ কৰে।

আইনৰ ব্যৱসায়ত ধৰাৰ আগতে লেনিনৰ মন কাৰ্ল মাৰ্ক্‌ছৰ ৰচনাৱলীৰ প্ৰতি আকৃষ্ট হৈছিল। মাৰ্ক্‌ছ্ বিজ্ঞানসন্মত সমাজ-তন্ত্ৰবাদৰ গুৰু। কাৰ্ল মাৰ্ক্‌ছৰ মতবাদ কাৰ্য্যক্ষেত্ৰত প্ৰয়োগ কৰাৰ উদ্দেশ্যে অন্যান্য দেশৰ দৰে ৰুছিয়াতো ছোচিয়েল্ ডেমক্ৰেটিক্ পাৰ্টি নামে ৰাজনৈতিক দল এটা গঠিত হৈছিল। এই পাৰ্টিৰে 'এল্ডাৰছ্' নামে গুপ্ত সঙ্ঘ এটা আছিল। ১৮৯৩ চনত লেনিনে এই সঙ্ঘত যোগ দিলে আৰু বনুৱা আন্দোলন গঠন কৰাত মন পুতি লাগি যায়। কিন্তু ১৮৯৫ চনত নিউমোনিয়া ৰোগত আক্ৰান্ত হোৱাত তেওঁ চিকিৎসাৰ বাবে ছুইজাৰলণ্ডলৈ যায়। তাত পলৰীয়া অৱস্থাত থকা দুজন ৰুছ মাৰ্ক্‌ছ্‌বাদীৰ (প্লেখানভ্ আৰু এক্সেল্‌ৰড্) সৈতে তেওঁৰ চা-চিনাকি হয়। পেৰিছত তেওঁ কাৰ্ল মাৰ্ক্‌ছৰ জোঁৱায়েক প'ল লাফাৰ্জক দেখা কৰে।

১৮৯৫ চনৰ ছেপ্টেম্বৰ মাহত লেনিন ৰুছিয়ালৈ ঘূৰি আহিল। তেওঁ মাৰ্টভ্ নামেৰে আন এজন বিপ্লৱীৰে সৈতে যোগ হৈ বাতৰি-কাকত এখন প্ৰকাশ কৰাৰ আয়োজন কৰে। কিন্তু পুলিচে সকলো বতৰা পাই থকাত লেনিনৰ উদ্দেশ্য ব্যৰ্থ হল। ১৮৯৫ চনৰ ২০ ডিচেম্বৰ তাৰিখে লেনিন আৰু মাৰ্টভ দুয়োজনকে পুলিচে গ্ৰেপ্তাৰ কৰিলে। লেনিনৰ চৈধ্য মাহ কাৰাবাসৰ হুকুম হল। জেলত থকা কেই মাহত তেওঁ ধৰ্ম্মঘট সম্পৰ্কে এখন পুস্তিকা লিখে আৰু "ৰুছিয়াত পুঁজিবাদৰ ক্ৰমবিকাশ" নামে এখন ডাঙৰ কিতাপ ৰচনা কৰিব লয়।

কাৰাবাস অন্ত হোৱাৰ লগে লগে লেনিনক তিনি বছৰৰ বাবে ছাইবেৰিয়ালৈ নিৰ্ব্বাসিত কৰা হয়। ১৮৯৭ চনৰ মে' মাহত তেওঁ পূব ছাইবেৰিয়াৰ ছুচেন্স্কো নামে গাঁওখনত উপস্থিত হয়গৈ। ছুচেন্স্কোৰ মাজেদি 'লেনা' নামেৰে এখন নৈ বৈ গৈছে। এই লেনা নৈৰ পৰাই তেওঁ লেনিন নাম পায়। ক্ৰাপ্স্কায়া নামেৰে এগৰাকী বিপ্লৱী মহিলা কৰ্ম্মীৰ লগত পেট্ৰগ্ৰেডতে লেনিনৰ ঘনিষ্ঠ সম্পৰ্ক ঘটিছিল। ক্ৰাপ্স্কায়াও ছাইবেৰিয়ালৈ নিৰ্ব্বাসিত হৈ ১৮৯৮ চনৰ মে' মাহত লেনিনৰ সৈতে লগ লাগেহি। ছুছেন্স্কোতে দুয়োৰে শুভ পৰিণয় হৈ যায়। ৰাতিপুৱাৰ সময়খিনিত গিৰিয়েক-ঘৈনীয়েক দুয়ো ছিডনী আৰু ব্যাট্ৰিচ ৱেবৰ "থিয়ৰি এণ্ড প্ৰেক্টিচ অব ট্ৰেড য়ুনিয়নিজম" গ্ৰন্থখন ৰুছ ভাষালৈ তৰ্জ্জমা কৰে আৰু গধূলি লেনিনৰ স্বৰচিত "ডেভেলপমেণ্ট অব কেপিটেলিজম্ ইন্



ৰুছিয়া" কিতাপখনৰ নকল কৰে। পিছৰখন কিতাপ ১৮৯৯ চনত পেট্ৰগ্ৰেডৰ পৰা প্ৰকাশিত হয়। গ্ৰন্থকাৰৰ নাম দিয়া হৈছিল 'ভ্লাদিমিৰ ইলিন' বুলি। ১৯০০ চনৰ মাৰ্চ্চ মাহত তেওঁৰ নিৰ্ব্বাসনৰ মিয়াদ অন্ত পৰে।

নিৰ্ব্বাসনৰ পৰা ঘূৰি আহি মাৰ্টভ্, পট্ৰেছভ্ আৰু অন্যান্য কেইজনমান বিপ্লৱী কৰ্ম্মীৰ সৈতে পৰামৰ্শ কৰি লেনিনে ৰুছিয়াৰ বাহিৰৰ পৰা কাকত এখন উলিয়াবলৈ মন মেলিলে। জাৰ্ম্মাণিৰ ছোচিয়েল ডেমক্ৰেটসকলে লেনিনক এই কাৰ্য্যত সহায় কৰে। বন্দৱস্ত হল যে কাকতখন লিপজিগৰ পৰা ওলাব কিন্তু সম্পাদক-মণ্ডলী থাকিব মিউনিকত। এই কাকতখনৰে নাম থোৱা হল 'ইছ্‌ক্ৰা'। 'ইছ্‌ক্ৰা' শব্দৰ অৰ্থ জুইৰ ফিৰিঙতি। ১৯০০ চনৰ ২১ ডিচেম্বৰ তাৰিখে 'ইছ্‌ক্ৰা'ৰ প্ৰথম সংখ্যাটো ওলাল। এই কাকতখন ৰুছিয়ালৈ চোৰাংকৈ চালান দিয়া হৈছিল। বনুৱা আৰু সৈনিকসকলৰ মাজত কাকত বিতৰণ আৰু পঠন-পাঠনৰ গোটেই কাৰ্য্যক্ৰম লেনিনে নিজে নিয়ন্ত্ৰিত কৰিছিল। সেই সময়ত তেওঁ হেৰ মেয়াৰ নাম লৈ মিউনিকত বসতি কৰিছিল। ইতিমধ্যে ক্ৰাপ্স্কায়াও ৰুছিয়াৰ পৰা আহি তেওঁৰ সতীৰ্থা হয়। এই সময়তে 'ইছ্‌ক্ৰা' কাকতখনো লিপ-জিগৰ পৰিৱৰ্ত্তে মিউনিকৰ ছাপাখানা এটাৰ পৰা উলিয়াবলৈ থিৰ কৰা হয়। মিউনিকৰ যি ছাপাখানাৰ লগত বন্দৱস্ত হৈছিল সেই ছাপাখানাৰ গৰাকীয়ে হঠাৎ কাকত ছপাই দিবলৈ অসন্মতি প্ৰকাশ কৰে। বিবুদ্ধিত পৰি সম্পাদক-মণ্ডলীয়ে অৱশেষত

লণ্ডনলৈকে 'ইছ্‌ক্ৰা'ৰ কাৰ্য্যলয় তুলি নিবলৈ সিদ্ধান্ত কৰিলে।

১৯০২ চনৰ এপ্ৰিল মাহত লেনিন আৰু ক্ৰাপ্‌স্কায়া লণ্ডন পালেগৈ। ইয়াতে লেনিনৰ সৈতে ত্ৰট্‌স্কীৰ প্ৰথম সাক্ষাত হল। লেনিনে ত্ৰট্‌স্কীক 'ইছক্ৰা'ৰ সম্পাদক-মণ্ডলীতে ভৰ্ত্তি কৰি ললে। কিন্তু এই বছৰৰ শেষ ভাগত 'ইছক্ৰা'ৰ সম্পাদক-মণ্ডলীৰ ভিতৰতে দলাদলি আৰম্ভ হল। এনে অৱস্থাতে ১৯০৩ চনৰ এপ্ৰিল মাহত 'ইছক্ৰা'ৰ কাৰ্য্যালয় জেনেভালৈ তুলি অনা হল। লেনিনো লণ্ডনৰ পৰা জেনেভালৈকে আহিল।

১৯০৩ চনত ৰুছিয়াৰ ৰাজনৈতিক কৰ্ম্মীসকলৰ এখন সম্মিলন আহ্বান কৰা হয়। এই সম্মিলনক 'পাৰ্টি কংগ্ৰেছ' আখ্যা দিয়া হয় যদিও ছোচিয়েল্ ডেমক্ৰেট্‌সকলৰ উপৰি অন্যান্য মতবাদৰ পোষকতা কৰা প্ৰতিনিধিয়েও তাত যোগ দিছিল। ১৯০৩ চনত ৩০ জুলাই তাৰিখে ব্ৰুছেল্‌ছত কংগ্ৰেছৰ প্ৰথম বৈঠক বহে। কিন্তু বেলজিয়াম চৰকাৰে বাধা জন্মোৱাত প্ৰতিনিধিসকল লণ্ডনলৈ গৈ তাতহে কংগ্ৰেছৰ কাম শেষ কৰেগৈ। এই কংগ্ৰেছতে 'বলছেভিক্' আৰু 'মেনছেভিক্' নামৰ উপদল দুটাৰ সৃষ্টি হয়। পাৰ্টিৰ কাৰ্য্যসূচী আৰু সভ্য ভৰ্ত্তিৰ নিয়ম-প্ৰণালীৰ প্ৰশ্নত লাগি লেনিন আৰু মাৰ্টভৰ মাজত ঘোৰ মতান্তৰ ঘটে। সদস্যৰ যোগ্যতা সম্বন্ধীয় দফাটোত মাৰ্টভ জিকিল; কিন্তু বাকীবোৰ বিষয়ত লেনিন জয়ী হল। গৰিষ্ঠ সংখ্যক প্ৰতিনিধিয়ে লেনিনৰ পক্ষ লৈছিল। সংখ্যা-গৰিষ্ঠতা



আৰু সংখ্যা-লঘিষ্ঠতাৰ ৰুছ প্ৰতিশব্দ হৈছে যথাক্ৰমে বলছিন্‌টছ্‌ভো আৰু মেনছিন্‌টছ্‌ভো সেইদেখি যি সৰহ ভাগ লোকে লেনিনৰ পক্ষ লৈছিল, তেওঁলোকক 'বলছেভিক্' (অৰ্থাৎ গৰিষ্ঠসংখ্যক) বোলা হল। আৰু মাৰ্টভৰ ফলীয়া লোকসকল 'মেনছেভিক' নামে জনাজাত হল কিয়নো তেওঁ লোক আছিল সংখ্যালঘিষ্ঠ।

পিছে পাৰ্টি কংগ্ৰেছৰ এই সংখ্যাগৰিষ্ঠতা লেনিনৰ বিশেষ কামত নাহিল। 'ইছ্‌ক্ৰা'ৰ সম্পাদক-মণ্ডলীৰ মতানৈক্য ক্ৰমাৎ তীব্ৰতৰ হৈ উঠিল। বলছেভিক আৰু মেনছেভিক দুয়ো পক্ষৰ সমান সংখ্যক প্ৰতিনিধি লৈ 'ইছক্ৰা'ৰ সম্পাদক-মণ্ডলী গঠন কৰাৰ প্ৰস্তাব হল। ইয়াৰ প্ৰতিবাদকল্পে লেনিনে ইস্তফা দিলে। মেনছেভিকসকলৰ লগত মিলি-জুলি কাম চলাবলৈ তেওঁ কোনোপধ্যে মান্তি নহল।

কিছুদিন টলকা মাৰি থাকি ১৯০৪ চনত লেনিনে পুনৰ দুগুণ উছাহে কামত ধৰিলে। কেইজনমান নতুন সহকৰ্ম্মী পাই তেওঁ 'পেৰিয়ড্' নাম দি বেলেগ কাকত এখন উলিওৱাৰ যো-জা কৰে। এই কাকত হব বলছেভিক পাৰ্টিৰ মুখপত্ৰ—মেনছেভিক 'ইছক্ৰা'লৈ বলছেভিক দলৰ প্ৰত্যুত্তৰ। 'পেৰিয়ড্' শব্দৰ অৰ্থ হৈছে 'আগ-বাঢ়া' ('ফৰৱাৰ্ড্')। ১৯০৪ চনৰ ডিচেম্বৰ মাহত এই কাকতৰ প্ৰথম সংখ্যা ওলাল। পিছত এই নাম সলাই 'প্ৰলিটেৰি' ৰখা হয়।

১৯০৪ চনত ৰুছ-জাপান যুদ্ধ হয়। এই যুদ্ধত জল-স্থল

উভয়তে ৰুছিয়াৰ শোচনীয় পৰাজয় ঘটে। এই পৰাজয়ৰে চেলু লৈ জাৰৰ স্বেচ্ছাতন্ত্ৰৰ বিৰুদ্ধে গোটেই ৰুছিয়া জুৰি বিক্ষিপ্ত ভাবে কিছুমান বিদ্ৰোহৰ—বিশেষকৈ সন্ত্ৰাসমূলক কাৰ্য্যৰ—আৰু সংঘবদ্ধ ভাবে কিছুমান ধৰ্ম্মঘটৰ সূচনা হয়। ১৯০৫ চনৰ ২২ জানুয়াৰী তাৰিখে পেট্ৰগ্ৰেডৰ বনুৱাসকলে জাৰৰ ওচৰত তেওঁলোকৰ অভাৱ-অভিযোগ বৰ্ণাই আবেদন এখন দাখিল কৰাৰ উদ্দেশ্যে সমদল যাত্ৰা কৰি ৰাজকাৰেঙলৈ আগবাঢ়ে। এই শান্তিপূৰ্ণ সমদলটোৰ ওপৰত মিলিটেৰীয়ে নিৰ্ব্বিবাদে গুলী চালনা কৰাত প্ৰায় সত্তৰ জন বনুৱা নিহত আৰু কেবাশও আহত হয়। ইয়াকে "ৰক্তাক্ত দেওবাৰ" বোলা হয়। ইয়াৰ প্ৰতিবাদ স্বৰূপে গোটেই দেশ জুৰি ধৰ্ম্মঘটৰ ঢৌ উঠিল। সেই বছৰৰে ২৫ অক্টোবৰ তাৰিখে সদৌ ৰুছ ৰেলৱে-শ্ৰমিক-য়ুনিয়নৰ সাধাৰণ ধৰ্ম্মঘটৰ আহ্বান অনুযায়ী ৰেল বনুৱাসকলে ধৰ্ম্মঘট কৰে। ফলত গোটেই সাম্ৰাজ্য জুৰি ৰেল চলাচল বন্ধ হৈ যায়।

ধৰ্ম্মঘটৰ উদ্দেশ্য ৰাজনৈতিক নাছিল। বনুৱাৰ অভাৱ-অভিযোগবোৰ কৰ্ত্তৃপক্ষৰ দৃষ্টি-গোচৰলৈ অনাৰ মাধ্যম হিচাপেহে ধৰ্ম্মঘটৰ আশ্ৰয় লোৱা হৈছিল। কিন্তু মেনছেভিকসকলে এই ধৰ্ম্মঘটক ৰাজনৈতিক আন্দোলনলৈ ৰূপান্তৰিত কৰাৰ চেষ্টা অলপো ঢিলাই দিয়া নাছিল। ৰাজনৈতিক লক্ষ্য পূৰণৰ হকে বনুৱা আন্দোলন পৰিচালনা কৰাৰ উদ্দেশ্যে তেওঁলোকে পেট্ৰগ্ৰেডত নতুন বনুৱা সঙ্ঘ এটা গঠন কৰে। এই সঙ্ঘৰ নাম দিয়া হয়—"ছোভিয়েট্ অব ৱাৰ্কাৰাছ্ ডেপুটীজ" বা বনুৱা প্ৰতিনিধি-সকলৰ ছোভিয়েট্। 'ছোভিয়েট্' শব্দটোৰ এয়ে পোনপ্ৰথম ব্যৱহাৰ। আমাৰ পঞ্চায়তৰ দৰে ৰুছ ভাষাত 'ছোভিয়েট্' শব্দই নিজে নিজক শাসন কৰাৰ অৰ্থ সূচিত কৰে। ১৯০৫ চনৰ ২৬ অক্টোবৰ তাৰিখে বনুৱাসকলৰ ভোট লৈ ছোভিয়েটৰ বিষয়-বৰীয়াসকলক নিৰ্ব্বাচিত কৰা হয়।



ছোভিয়েটে পোনেই সাধাৰণ ধৰ্ম্মঘটত যোগ দিবলৈ বনুৱা শ্ৰেণীক আহ্বান জনালে। ২৮ অক্টোবৰ তাৰিখে পেট্ৰগ্ৰেডত পূৰ্ণ হৰতাল পালন কৰা হল। এই হৰতাল ইমানেই কৃতকাৰ্য্য হৈছিল যে জাৰ নিকোলাছে ৩০ অক্টোবৰ তাৰিখে জনাধিকাৰ স্বীকাৰ কৰি নতুন ফতোৱা এখন জাৰি কৰিবলৈ বাধ্য হল। কাউণ্ট ৱাইট নামে এজন উদাৰপন্থী নেতাক জাৰে প্ৰধানমন্ত্ৰী নিয়োগ কৰে। একে সময়তে ছোভিয়েটৰ মুখপত্ৰ স্বৰূপে 'ইজভেষ্টিয়া' নামৰ কাকতখন প্ৰকাশিত হয়। ছোভিয়েটৰ সিদ্ধান্তক্ৰমে তিনি নবেম্বৰ তাৰিখে ধৰ্ম্মঘটৰ ওৰ পৰে। এই ধৰ্ম্মঘটৰ পৰা লাভ হল এয়ে যে ৰাজনৈতিক আন্দোলনৰ নেতৃত্ব তেওঁলোকৰ অনুষ্ঠান ছোভিয়েটৰ যোগেদি বনুৱা শ্ৰেণীৰ হাতলৈ আহিল।

১৯০৫ চনৰ এই বিৰাট বনুৱা আন্দোলনত লেনিনৰ অৱদান বিশেষ একো নাছিল। তেওঁ ছোভিয়েটক সন্দেহৰ চকুৰেহে চাইছিল; কিয়নো এই অনুষ্ঠান বলছেভিক পাৰ্টিৰ প্ৰতিদ্বন্দ্বী শক্তিত পৰিণত হব পাৰে বুলি তেওঁ আতঙ্কিত হৈ

উঠিছিল। ১৯০৫ চনৰ এপ্ৰিল মাহত তেওঁ লণ্ডনত সদৌ ৰুছ ছোচিয়েল ডেমক্ৰেটিক পাৰ্টিৰ এখন কংগ্ৰেছ আহ্বান কৰে। মেনছেভিকসকলক এই কংগ্ৰেছৰ পৰা সযত্নে দূৰ কৰি থোৱা হৈছিল আৰু মেনছেভিকসকলেও এই কংগ্ৰেছৰ কৰ্ত্তৃত্ব মানি লোৱা নাছিল। কংগ্ৰেছে সিদ্ধান্ত কৰামতে সশস্ত্ৰ বিপ্লৱৰ কাৰ্য্যসূচী এখন লৈ নবেম্বৰ মাহত লেনিন ৰুছিয়ালৈ ঘূৰি আহিল।

লেনিনে সশস্ত্ৰ বিপ্লৱৰ পৰিকল্পনা কৰে মস্কোত। তেওঁ বুজিছিল যে পেট্ৰগ্ৰেডত জাৰৰ সৈন্য-সামন্ত সম্পূৰ্ণ প্ৰস্তুত হৈ আছে। তাত বিপ্লৱ কৃতকাৰ্য্য নহব। ইতিমধ্যে পেট্ৰগ্ৰেড ছোভিয়েটে কৰ বন্ধ ৰখাৰ আৰু অবিলম্বে সংবিধান-সভা এখন আহ্বান কৰাৰ দাবী জনাই এখন আবেদন প্ৰচাৰ কৰে। ১৯০৫ চনৰ ষোল ডিচেম্বৰ তাৰিখে ছোভিয়েটৰ আটাইকেইজন কৰ্ম্মকৰ্ত্তাকে গ্ৰেপ্তাৰ কৰা হয়। কুৰি ডিচেম্বৰ তাৰিখৰ পৰা মস্কোত বলছেভিকসকলৰ পৰিচালনাত বিদ্ৰোহ আৰম্ভ হয়। কিন্তু মস্কোৰ গৱৰ্ণৰ-জেনেৰেল ডুবাছভে এই বিদ্ৰোহ প্ৰায় এসপ্তাহৰ ভিতৰতে সম্পূৰ্ণ দমন কৰিলে। লেনিনৰ নেতৃত্বত পৰিচালিত প্ৰথম বিপ্লৱ এই দৰেই ব্যৰ্থ হল। লেনিন সেই সময়ত ফিনলণ্ডত আছিল। অকালপক্ক আৰু অবিবেচনাপ্ৰসূত বিপ্লৱ এটা সংগঠন কৰি মিছাতে দলৰ শক্তিৰ অপচয় কৰা বাবে তেওঁ অনুগামীসকলৰ গৰিহণা খাব লগাত হৈ পৰিছিল।



১৯০৫ চনৰ পৰা ১৯১৪ চনলৈকে এই ন বছৰেও ৰুছিয়াত শাসন-সংস্কাৰৰ একো ব্যৱস্থা কৰা নহল। জাৰে 'ডুমা' নামে প্ৰতিনিধিমূলক সদন এটা গঠন কৰাৰ প্ৰতিশ্ৰুতি দিছিল। ডুমাই আইন প্ৰণয়ন কৰিব নোৱাৰে যদিও ৰজাক মন্ত্ৰণা দিব পাৰিছিল। কিন্তু ডুমালৈ নিৰ্ব্বাচিত হোৱা প্ৰতিনিধিসকল জাৰৰ মনোমত নোহোৱাত নিকোলাছে দুবাৰ ডুমা আহ্বান কৰি দুয়ো বাৰেই ভঙ্গ কৰি দিলে।

১৯১৪ চনত আহি পালে প্ৰথম বিশ্ব-যুদ্ধ। ঘাই শক্তিবোৰৰ ভিতৰত এফালে হল ৰুছিয়া, ফ্ৰান্স আৰু বৃটেইন আৰু আন ফালে থাকিল অষ্ট্ৰিয়া আৰু জাৰ্ম্মাণি। লেনিন সেই সময়ত অষ্ট্ৰিয়াত আছিল। ৰুছিয়াই অষ্ট্ৰিয়াৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাৰ পিছতে লেনিনক তেওঁৰ সহকৰ্ম্মী জিনোভিয়েভৰ সৈতে অষ্ট্ৰিয়াৰ চৰকাৰে আটক কৰি থৈছিল। পিছত অষ্ট্ৰিয়াৰ ছোচিয়েল ডেমক্ৰেট নেতা ডাঃ এডলাৰৰ চেষ্টাত তেওঁলোক দুয়ো মুক্তি পাই ছুইজাৰলণ্ডলৈ গল।

ছুইজাৰলণ্ডৰ জিউৰিক নগৰীত ছোচিয়েল ডেমক্ৰেটসকলৰ এখন সভা বহিল। তাত ত্ৰটস্কীয়ে কলে বোলে ছোচিয়েল ডেমক্ৰেটসকলৰ 'শ্লগান্' বা ধ্বনি হোৱা উচিত—শান্তি। কোনেও কাৰো ৰাজ্য দখল কৰিব নেলাগে। কোনেও কাকো ক্ষতিপূৰণ দিব নেলাগে। কোনো বিজেতা হব নোৱাৰিব। কোনো বিজিত হব নোৱাৰিব। লেনিনৰ যুক্তি হল ভিন্ন ধৰণৰ। তেওঁৰ মতে এই যুদ্ধ হল সাম্ৰাজ্যবাদী যুদ্ধ। ৰুছিয়াৰ বনুৱাসকলে জাৰ্ম্মাণিৰ

বনুৱাসকলৰ বিৰুদ্ধে যুদ্ধ কৰা নাই। কৰিছে ৰুছিয়াৰ পুঁজিপতি-সকলে জাৰ্ম্মাণিৰ পুঁজিপতিসকলৰ বিৰুদ্ধে। গতিকে এই যুদ্ধত হাৰ-জিত হোৱাৰ পৰা বনুৱা শ্ৰেণীৰ লাভালাভ একো নাই। এই সাম্ৰাজ্যবাদী যুদ্ধক গৃহযুদ্ধলৈ পৰিণত কৰিব লাগে আৰু তাৰ যোগেদি বনুৱা শ্ৰেণীয়ে শাসন-ক্ষমতা হস্তগত কৰি লব লাগে।

ইফালে যুদ্ধত ৰুছিয়াৰ অৱস্থা লাহে লাহে কাহিল হৈ আহিল। বহুতো নতুন কৰ-কাটল লগাই চৰকাৰ প্ৰজাৰ অপ্ৰিয় হৈ উঠিল। প্ৰায় এক কোটি আশি লাখ মানুহ সৈন্য বাহিনীত নতুনকৈ মকৰল কৰা হল। এই সৈনিকসকলৰ বেছি ভাগেই আছিল পৈণত বনুৱা। বনুৱাসকলক যুদ্ধলৈ লৈ যোৱাত কল-কাৰখানাত অনভিজ্ঞ মানুহবোৰ সোমাল। এইবোৰৰ হাতত উৎপাদনৰ শোচনীয় অৱনতি ঘটিল। বৈদেশিক ঋণত চৰকাৰ টেটুলৈকে পোত গল। সিফালে আকৌ যুদ্ধক্ষেত্ৰত—বিশেষকৈ গেলিচিয়াত ৰুছ বাহিনী বাৰেবাৰে পৰাজিত হবলৈ ধৰিলে। জাৰে শল ঠেকত পৰি ডুমা আহ্বান কৰিলে। কিন্তু সম্ৰাজ্ঞী আলেকজেন্দ্ৰা আৰু ৰাছপুতিন নামে কুখ্যাত মন্ত্ৰণাদাতা এজনৰ ফুচুলনিত তেওঁ দায়িত্বশীল চৰকাৰ স্থাপন কৰাৰ পৰা বিৰত হৈয়ে থাকিল।

১৯১৭ চনত অৱস্থাই আৰু বেয়াৰ ফালে ঢাল খালে। বহুতো নগৰত পানীকল আৰু বিজুলী-চাকিৰ কাৰখানা বন্ধ হৈ গ'ল। খাদ্যৰ দোকানবোৰৰ সমুখত শ শ লোক গোট



খাই থাকি ৰেছন নেপাই উলটি যোৱাটো সাধাৰণ দৃশ্য হৈ উঠিল। পিছত খাদ্যৰ বাবে মাৰকিলো হব ধৰিলে। পেট্ৰগ্ৰেডত খাদ্য-দ্ৰব্যৰ দৰ ছগুণ বাঢ়ি জুই-ছাই হল। চৰকাৰ পৰিচালনাৰ ভাৰ ডুমাই গ্ৰহণ কৰিব লাগে বুলি সকলো ফালৰ পৰা ৰাও উঠিল। জাৰৰ কু-মন্ত্ৰণাদাতা ৰাছপুতিনে আততায়ীৰ গুলীত প্ৰাণ এৰিলে। সম্ৰাটৰ কাৰ্য্যকলাপৰ ওপৰত হলে সম্ৰাজ্ঞী আলেকজন্দ্ৰোৰ প্ৰভাৱ নুগুচিল। সম্ৰাজ্ঞী নিজে জাৰ্ম্মাণ ৰাজ-বংশৰ জীয়াৰী। তেওঁৰ সহানুভূতি তেনেই জাৰ্ম্মাণিৰ ফালেহে আছিল।

১৯১৭ চনৰ ২৭ ফেব্ৰুৱাৰী তাৰিখে ডুমা পুনৰ আহ্বান কৰা হল। পোনপ্ৰথম দিনাৰ অধিবেশনতে এলেকজেণ্ডাৰ কেৰেনস্কীয়ে ঘোষণা কৰিলে বোলে দুৰ্য্যোগৰ পৰা ৰুছিয়াক ৰক্ষা কৰিব লাগিলে জাৰকে বিদায় দিব লাগিব। যদি আৱশ্যক হয় তেন্তে বল প্ৰয়োগ কৰি হলেও তেওঁক দূৰ কৰিব লাগিব।

ডুমাৰ সেই সময়ত দাবী আছিল দায়িত্বশীল চৰকাৰ গঠন কৰা। ডুমাৰ সভাপতি ৰোডজিয়াঙ্কোৱে জাৰক জয়দেউ কাকুতি কৰিও এই প্ৰস্তাৱত সম্মত কৰাব নোৱাৰিলে। জাৰে ডুমা ভঙ্গ কৰি দিবলৈহে নিৰ্দ্দেশ দিলে। ৰোডজিয়াঙ্কোৱে ডুমা ভঙ্গ কৰি দিলে। ১২ মাৰ্চ্চ তাৰিখে ডুমাৰ সদস্যসকলৰ বে-চৰকাৰী সভা এখন আহ্বান কৰা হয়। কিন্তু ইতিমধ্যে বিদ্ৰোহৰ অগ্নি জ্বলি উঠিলেই। ভলিন্‌স্কীৰ সৈন্যাধ্যক্ষজন সেই ৰেজিমেণ্টৰ সৈনিকসকলৰ গুলীতে নিহত হল। বনুৱা, ছাত্ৰ, সৈনিক আৰু

মহিলা লৈ গঠিত প্ৰায় ডেৰ কুৰি হেজাৰ লোকৰ সমদল এটাই টিউৰাইড্ কাৰেং অভিমুখে যাত্ৰা কৰিলে। কাৰেঙৰ ভিতৰত ৰোডজিয়াঙ্কোৰ সভাপতিত্বত ডুমাৰ সদস্যসকলে ভৱিষ্যত কাৰ্য্য-সূচীৰ বিষয়ে আলোচনা কৰি আছিল। কেৰেনস্কী ওলাই গৈ সমদল যাত্ৰীসকলক "প্ৰথম বিপ্লৱী বাহিনী" বুলি সম্বোধন কৰি প্ৰবোধ দিবলৈ চেষ্টা কৰিলে।

সেই দিনাই ( ১২ মাৰ্চ্চ, ১৯১৭ চন ) পেট্ৰগ্ৰেডৰ বনুৱাসকলে ১৯০৫ চনৰ ছোভিয়েটৰ আৰ্হিত নতুন ছোভিয়েট এটা গঠন কৰিলে। ইতিমধ্যে দেশৰ বিভিন্ন ঠাইৰ সৈন্য-বাহিনীবোৰে ছোভিয়েটৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিলে। ছোভিয়েটে সংবিধান-সভা এখন আহ্বান কৰাৰ দাবী পেচ কৰিলে।

জাৰ নিকোলাছে সেই সময়ত যুদ্ধক্ষেত্ৰৰ অনতিদূৰত মোঘিলিয়েভ নামে ঠাইত ছাউনি পাতি আছিল। বিদ্ৰোহৰ বতৰা পাই তেওঁ জেনেৰেল আইভানভক বিদ্ৰোহ দমন কৰিবলৈ পঠাই দিলে। কিন্তু বিদ্ৰোহ সেই সময়ত দমন কৰিব পৰা অৱস্থাত নাছিল। সৈন্য-বাহিনীৰ উৰ্দ্ধতন কৰ্তৃপক্ষৰ মুখিয়াল জেনেৰেল এলেক্সিয়েভে জাৰক নাবালক পুতেক এলেক্সিছৰ অনুকূলে সিংহাসন ত্যাগ কৰিবলৈকে পৰামৰ্শ দিলে। ১৯১৭ চনৰ পোন্ধৰ মাৰ্চ্চ তাৰিখে পুতেকৰ অনুকূলে জাৰে সিংহাসন ত্যাগ কৰিলে। পিছত তেওঁ এই সিদ্ধান্ত পৰিৱৰ্ত্তিত কৰি ভায়েক গ্ৰেণ্ড ডিউক মিখেইলকহে সিংহাসনৰ উত্তৰাধিকাৰী মনোনীত কৰে। কিন্তু জাৰে যাকেই মনোনীত নকৰক



লাগে, ৰাজবংশৰ কৰ্ত্তৃত্ব মানি লবলৈ ছোভিয়েট কোনোপধ্যে সম্মত নহল।

ছোভিয়েট আৰু ডুমাৰ যুটীয়া চেষ্টাত নতুন অস্থায়ী চৰকাৰ এটা গঠিত হল। প্ৰধান মন্ত্ৰী হল প্ৰিঞ্চ জৰ্জ্জ ল্ভভ, বৈদেশিক মন্ত্ৰী অধ্যাপক পল মিলিউকভ, সমৰ-মন্ত্ৰী এলেকজেণ্ডাৰ গুস্কভ আৰু ন্যায় ( আইন ) মন্ত্ৰী এলেকজেণ্ডাৰ কেৰেনস্কী।

এই ৰাষ্ট্ৰবিপ্লৱতো লেনিনৰ অৱদান বিশেষ একো নাছিল। তেওঁ আছিল সেই সময়ত ছুইজাৰলণ্ডত। ষোল এপ্ৰিল ( ১৯১৭ চন ) তাৰিখেহে তেওঁ পেট্ৰগ্ৰেড পালেহি। তেওঁক পেট্ৰ-গ্ৰেডলৈ অহাৰ সকলো সুবিধা কৰি দিছিল জাৰ্ম্মাণ চৰকাৰে। ৰুছিয়াৰ শত্ৰুৰ সহায় লোৱা বাবে জাৰ্ম্মাণিৰ দালাল বুলি তেওঁ বহুতৰ সন্দেহৰ পাত্ৰ হৈছিল। তদুপৰি অস্থায়ী চৰকাৰৰ প্ৰতি তেওঁৰ মনোভাব আছিল একেবাৰে আপোচ-বিৰোধী। এই চৰকাৰৰ লগত আপোচ হবই নোৱাৰে। ই পুঁজিপতিৰ চৰকাৰ। দেশবাসীক লাগে বনুৱাৰ চৰকাৰ। এয়ে আছিল লেনিনৰ মনোভাব। মে' মাহৰ সাত তাৰিখৰ পৰা পাঁচ দিন ধৰি সদৌ ৰুছ বলছেভিক পাৰ্টিৰ সম্মিলন এখন বহে। সম্মিলনে প্ৰিঞ্চ ল্ভভৰ চৰকাৰক "মাটিগিৰি আৰু পুঁজিপতিৰ চৰকাৰ" আখ্যা দিলে আৰু মেনছেভিকসকলৰ সৈতে ঐক্যবদ্ধ হোৱাৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰিলে।

জুলাই মাহত ক্ৰনষ্টাড্টৰ প্ৰায় হেজাৰ সৈনিকে বিদ্ৰোহ কৰে। লগে লগে ১৭৬ নং ৰিজাৰ্ভ ৰেজিমেণ্টটোৱেও অস্থায়ী

চৰকাৰৰ বিৰুদ্ধে মূৰ দাঙি উঠে। পুটিলভ ফেক্টৰীৰ বহুতো বনুৱা টিউবাইড কাৰেঙৰ সন্মুখলৈ গৈ অস্থায়ী চৰকাৰৰ বিৰুদ্ধে বিক্ষোভ প্ৰদৰ্শন কৰে। এই বোৰৰ নেতৃত্ব বলছেভিক নেতা-সকলেই বহন কৰিছিল। সেই দেখি ১৯ জুলাই তাৰিখে অস্থায়ী চৰকাৰে লেনিন, জিনোভিয়েভ, কামেনেভ প্ৰমুখ্যে ছজন বলছেভিক নেতাক গ্ৰেপ্তাৰ কৰিবলৈ আদেশ দিলে। লেনিন আৰু জিনোভিয়েভ পলাই ফিনলণ্ড পালেগৈ।

২১ জুলাই তাৰিখে প্ৰিঞ্চ ল্বভে প্ৰধানমন্ত্ৰীৰ পদ ইস্তফা দিলে আৰু তেওঁৰ ঠাইত এলেকজেণ্ডাৰ কেৰেনস্কী প্ৰধানমন্ত্ৰী হল। বাৰ ছেপ্টেম্বৰ তাৰিখে প্ৰধানমন্ত্ৰীয়ে নিজেই সৈন্যবাহিনীৰ সৰ্ব্বাধিনায়কত্ব গ্ৰহণ কৰে। ১৪ ছেপ্টেম্বৰ তাৰিখে ৰুছিয়াক এখন 'গণৰাজ্য' বুলি ঘোষণা কৰা হল। কেৰেন্স্কী চৰকাৰে ২৫ নবেম্বৰ তাৰিখে সংবিধান-সভা আহ্বান কৰিবলৈ আৰু সংবিধান-সভা নবহা পৰ্য্যন্ত অন্তৰ্ব্বৰ্ত্তী সংসদ এখনৰ যোগেদি দেশ শাসন কৰিবলৈ সিদ্ধান্ত কৰিলে। লেনিনৰ পৰামৰ্শমতে অন্তৰ্ব্বৰ্ত্তী সংসদত যোগদান কৰাৰ পৰা বলছেভিকসকল বিৰত থাকিল।

অন্তৰ্ব্বৰ্ত্তী সংসদ বহাৰ তিনি দিনৰ পিছতে লেনিন ফিনলণ্ডৰ পৰা আহি পেট্ৰগ্ৰেডত উপাস্থত হল। তেওঁ প্ৰস্তাৱ কৰিলে বোলে সংবিধান সভা আহ্বান কৰালৈ পাৰ্টিয়ে অপেক্ষা কৰাৰ কোনো যুক্তি নাই। অবিলম্বে কেৰেন্স্কী চৰকাৰৰ হাতৰ পৰা ক্ষমতা হস্তগত কৰি লোৱাটোহে কথা। বলছেভিক পাৰ্টিৰ



কেন্দ্ৰীয় কমিটীত লেনিনৰ এই প্ৰস্তাৱ ১০—২ ভোটত গৃহীত হল। ত্ৰট্স্কীৰ প্ৰযত্নত এই সময়তে বিপ্লৱী সামৰিক কমিটী নামে কমিটী এটা গঠন কৰা হয়।

বিপ্লৱী সামৰিক কমিটীয়ে ছেণ্ট পল্ আৰু ছেণ্ট্ পিটাৰৰ দুৰ্গ দুটাত নিজৰ কাৰ্য্যালয় স্থাপন কৰি ললে। অস্থায়ী চৰকাৰে আত্মসমৰ্পণ নকৰিলে শীত-প্ৰাসাদত ( চৰকাৰৰ কাৰ্য্যালয় ) গুলী বৰ্ষণ কৰিবৰ নিমিত্তে নেভা নদীত 'অৰৰা' নামৰ ক্ৰুইজাৰ্ এখন সাজু কৰি থোৱা হল। অভিযান পৰিচালনা কৰিবৰ অৰ্থে বনুৱাৰ সশস্ত্ৰ বাহিনী এটা গঠন কৰা হল। এই বাহিনীৰ লোকসকলকে 'ৰেড্ গাৰ্ড্' বোলা হৈছিল। আজিৰ বিখ্যাত লাল ফৌজ বা 'ৰেড্ আৰ্মি'ৰ এয়ে আদি স্তৰ।

১৯১৭ চনৰ সাত নবেম্বৰ তাৰিখে অস্থায়ী চৰকাৰৰ বিৰুদ্ধে বলছেভিক অভিযান আৰম্ভ হয়। ৰেড্ গাৰ্ডসকলে পোনতে কেন্দ্ৰীয় তাঁৰ্-অফিচ, ডাক-ঘৰ আৰু চৰকাৰী কাৰ্য্যালয়বোৰ হস্তগত কৰি ললে। তাৰ পিছত শীত-প্ৰাসাদ ঘেৰাও কৰিলে। প্ৰধানমন্ত্ৰী কেৰেনস্কীয়ে দেখিলে যে ৰণাঙ্গনৰ পৰা চৰকাৰ পক্ষীয় সৈন্য-বাহিনী আহি নেপালে তেওঁলোকৰ পতন অনিবাৰ্য্য। যুদ্ধক্ষেত্ৰৰ পৰা সৈন্য-বাহিনী ঘূৰি আহিলে মাজ-বাটতে লগ ধৰি সকলো কথা ভাঙি-পাতি কোৱাৰ উদ্দেশ্যে কেৰেনস্কীয়ে মুকলি মটৰগাড়ী এখনত উঠি ৰেড্ গাৰ্ডসকলৰ আৰেষ্টনী ভেদ কৰি ওলাই গল। বৰ আচৰিত কথা যে তেওঁক দেখা স্বত্বেও কোনেও ধৰি ৰখাৰ চেষ্টা নকৰিলে। প্ৰধানমন্ত্ৰী

কেৰেনস্কী এইদৰেই পলাই সাৰিল। পলোৱাৰ কথা অৱশ্যে তেওঁ ভবা নাছিল; কিন্তু সসৈন্যে ঘূৰি অহাৰ সম্ভাৱনা তেওঁ আৰু দেখা নেপালে। আজিও তেওঁ দেশান্তৰী হৈয়ে আছে।

ইফালে আন কেইজন মন্ত্ৰী শীত-প্ৰাসাদতে বল। তেওঁলোকক বন্দী কৰি ছেণ্ট্ পিটাৰ্ আৰু ছেণ্ট্ পলৰ দুৰ্গ লৈ লৈ যোৱা হল। লেনিনে সেই দিনাই "ছোভিয়েট্ অব্ পিপ্লছ্ কমিজাৰ্ছ" নাম দি বনুৱা আৰু খেতিয়কৰ নতুন চৰকাৰ এটা গঠন কৰিলে। এই চৰকাৰৰ সভাপতি হল লেনিন নিজে। মন্ত্ৰীক নতুৰ আখ্যা দিয়া হল—'পিপলছ কমিজাৰ'। প্ৰথম ছোভিয়েট চৰকাৰৰ 'পিপ্লছ কমিজাৰ'সকলৰ ভিতৰত বিশেষ ভাবে উল্লেখযোগ্য হল বৈদেশিকমন্ত্ৰী ত্ৰট্স্কী আৰু জাতীয় জনসমষ্টি পৰিক্ৰমাৰ মন্ত্ৰী ষ্টেলিন। ত্ৰট্স্কীৰ আচল নাম আছিল এল-ডি ব্ৰন্ষ্টাইন আৰু ষ্টেলিনৰ নাম জে-ভি জুগাছভিলি।

ছোভিয়েট চৰকাৰ গঠিত হোৱাৰ লগে লগেই ভয়ঙ্কৰ দুৰ্য্যোগৰ সন্মুখীন হব লগা হল। সৈনিকক লাগে শান্তি, বনুৱাক লাগে ৰুটি আৰু খেতিয়কক লাগে মাটি। শান্তিৰ প্ৰশ্নটোতে লেনিনে সৰ্ব্বপ্ৰথমে মনোনিবেশ কৰিলে। ব্ৰেষ্ট-লিটৱস্কত শান্তি-চুক্তি সম্পাদনৰ অৰ্থে জাৰ্ম্মাণি আৰু ৰুছিয়াৰ মাজত আলোচনা আৰম্ভ হল। লেনিনে যি কোনো ক্ষতি স্বীকাৰ কৰি হলেও শান্তি-চুক্তিত স্বাক্ষৰ কৰাৰ পোষকতা কৰিলে। ১৯১৮ চনৰ তিনি মাৰ্চ্চ তাৰিখে ব্ৰেষ্ট-লিটৱস্ক চুক্তিত ছোভিয়েট প্ৰতিনিধি দলে চহী কৰিলে। চুক্তিৰ স্বত্বমতে ৰুছ অধিকৃত পোলণ্ড, বাল্টিক



সাগৰৰ তীৰবৰ্ত্তী প্ৰদেশ তিনিখন—এস্তোনিয়া, লাটভিয়া আৰু লিথুৱেনিয়া আৰু সমগ্ৰ ইউক্ৰাইন্ প্ৰদেশ ৰুছিয়াই জাৰ্ম্মাণিক এৰি দিবলগীয়া হল।

লেনিনে সৈনিকক শান্তি দিলে সঁচা; কিন্তু ব্ৰেষ্ট-লিটৱস্ক চুক্তিয়ে তেওঁৰ চৰকাৰক লোকসাধাৰণৰ ওচৰত অপ্ৰিয়হে কৰি তুলিলে। ইয়াৰ লগে লগে আহি পালে 'হস্তক্ষেপ যুদ্ধ'। এই যুদ্ধ ১৯১৭ চনৰ পৰা ১৯২১ চনলৈকে চলে। ছোভিয়েট চৰকাৰ হল সমাজতন্ত্ৰী চৰকাৰ। অন্যান্য দেশতো বলছেভিক বিপ্লৱৰ আহিৰে বিপ্লৱ একোটাৰ সৃষ্টি কৰি তাৰ নিয়মতান্ত্ৰিক চৰকাৰবোৰ ওফৰাই সমাজতন্ত্ৰী চৰকাৰ প্ৰতিষ্ঠা কৰাটো ছোভিয়েট চৰকাৰৰ বিঘোষিত উদ্দেশ্য। গতিকে গজি উঠোঁতেই এই চৰকাৰক সমূলে উচ্ছেদ কৰিবলৈ আন সকলোবোৰ শক্তি টঙালি আটি লাগি গল। ছোভিয়েট চৰকাৰে জাৰ্ম্মাণিৰ ওচৰত আত্মসমৰ্পণ কৰাত মিত্ৰপক্ষীয় শক্তিসমূহে ছোভিয়েট চৰকাৰৰ বিৰুদ্ধে যুঁজ চলোৱাৰ আন এটা উপকৰা চেলু পালে। পিছত জাৰ্ম্মাণিও ছোভিয়েট চৰকাৰৰ বিৰুদ্ধে উঠিল। ছোভিয়েট চৰকাৰৰ কৰ্ত্তৃত্ব মানি নোলোৱা ৰুছ সমৰ-নায়ক কেইজনমানেও সৈন্য-সামন্ত গোটাই লৈ যুদ্ধ আৰম্ভ কৰিলে। মুঠ চৈধ্যখন দেশে বলছেভিক-বিৰোধী জেহাদত যোগ দিলে। অৱস্থা লেনিনৰ পক্ষে ইমানেই বিষম হৈ উঠিছিল যে তেওঁৰ দখলত যিমান ৰাজ্য আছিল, তাতকৈ তেওঁৰ শত্ৰুবৰ্গৰ কৰতলগত হোৱা ৰাজ্যক্ষেত্ৰৰ আয়তন এসময়ত প্ৰায় ত্ৰিশ গুণ বেছি হৈছিলগৈ। কিন্তু

মিত্রপক্ষীয় দেশবোৰৰ জনতাই হস্তক্ষেপ যুদ্ধৰ বিৰুদ্ধাচৰণ কৰাত পিছলৈ বলছেভিক-বিৰোধী জেহাদ পৰিত্যাগ কৰা হল।

লেনিনৰ আভ্যন্তৰীণ নীতিত হস্তক্ষেপৰ যুদ্ধত প্ৰতিক্ৰিয়া বৰ বিষম হল। লেনিনে দেখিলে যে যিমান দিনলৈকে জাৰ কিম্বা কেৰেনস্কীৰ অনুগত মানুহবোৰ জীয়াই থাকে, সিমান দিনলৈকে ছোভিয়েট চৰকাৰ নিষ্কণ্টক হব নোৱাৰে। তেওঁ ফেলিক্স জেৰজিন্স্কী নামে এজন বলছেভিকক ছোভিয়েট গুপ্ত পুলিচ 'চেকা'ৰ কৰ্ত্তা নিযুক্ত কৰে। নিৰ্ব্বিবাদে জেলত থকা ৰাজনৈতিক বন্দীসকলক নিধন কৰাত জেৰজিন্স্কী লাগি গল। পেট্ৰগ্ৰেড জেলত কেৱল একে ৰাতিৰ ভিতৰতে পোন্ধৰ শ ৰাজনৈতিক বন্দীক গুলীয়াই মৰা হল।

১৯১৮ চনৰ যোল জুলাই তাৰিখে মাজ নিশা জাৰ নিকোলাছক সপৰিয়ালে নিধন কৰা হল। জাৰক লৰা-তিৰোতাৰে সৈতে ১৯১৭ চনৰ জুলাই মাহৰ পৰাই অন্তৰীণ কৰি থোৱা হৈছিল। বলছেভিক চৰকাৰে তেওঁলোকক উৰাল পৰ্ব্বতমালাৰ একাটেৰিনবুৰ নামে ঠাইলৈ স্থানান্তৰিত কৰিলে। হস্তক্ষেপ যুদ্ধৰ তাড়নাত কোনো বিচাৰ নোহোৱাকৈয়ে তেওঁলোকক মাৰি পেলাবলৈ থিৰ কৰা হল। জাৰৰ লগতে তেওঁৰ পৰিয়ালৰ ছটি প্ৰাণী আৰু ছজন পৰিচাৰকেও প্ৰাণ এৰে। এওঁলোক হৈছে জাৰ নিকোলাছ, জাৰ-পত্নী আলেকজেন্দ্ৰা, ৰাজকোঁৱৰ এলেক্সিছ, ৰাজকুমাৰী চাৰিজনী, ৰাজপৰিয়ালৰ ডাক্তৰ, ৰান্ধনী, কাৰেঙৰ লিগিৰী আৰু দুৱৰী—মুঠ এঘাৰ জন। ইয়াৰ পিছ দিনাই ৰাজপৰিয়ালৰ



অন্যান্য সাত জন লোকক গুলী কৰি হত্যা কৰা হল। জাৰৰ ভায়েক গ্ৰেণ্ড ডিউক মিখেইলৰ আগতেই প্ৰাণ নাশ কৰা হৈছিল। পাঁচ শ বছৰীয়া পুৰণি ৰোমানফ ফৈদে পৃথিবীৰ বুকুৰ পৰা চিৰকাললৈ বিদায় ললে।

যুদ্ধ-বিগ্ৰহ, মাৰি-মৰক, অৰাজকতা আৰু আকালৰ ধামখুমীয়াত পৰিও লেনিনে সমাজতন্ত্ৰ প্ৰতিষ্ঠাৰ প্ৰয়াস এৰা নাছিল। ১৯১৭ চনৰ পৰা ১৯২১ চনলৈকে এই কাল ছোৱাৰ ভিতৰতে মাটি ৰাষ্ট্ৰৰ সম্পত্তিত পৰিণত কৰা হয়, গীৰ্জ্জা আৰু অন্যান্য ধৰ্ম্ম সংস্থাবোৰ চৰকাৰৰ ৰক্ষণাবেক্ষণৰ পৰা বাহিৰ কৰি দিয়া হয় আৰু গোটেই উৎপাদন-প্ৰণালী চৰকাৰে নিয়ন্ত্ৰিত কৰিবলৈ লয়। কিন্তু খেতিয়কসকলে লেনিনৰ কৃষি-নীতিৰ তীব্ৰ বিৰোধিতা কৰাত তেওঁ ১৯২১ চনৰ পৰা আৰ্থিক নীতি সলাব লগা হয়। পুঁজিবাদ আৰু সমাজবাদৰ মিশ্ৰিত এই নতুন অৰ্থনীতি ১৯২৬ চনলৈকে চলে।

লেনিনৰ জীৱিত কালৰ ভিতৰত হোৱা আন কেইটামান ঘটনাৰ এই প্ৰসঙ্গত উল্লেখ কৰিব পৰা যায়। নবেম্বৰ বিপ্লৱৰ আগতেই ৰুছ ছোচিয়েল ডেমক্ৰেটিক পাৰ্টিৰ নাম সলাই কমিউনিষ্ট পাৰ্টি কৰা হয়। লেনিনক বলছেভিক পাৰ্টিৰ নেতা বুলি সচৰাচৰ পৰিচিত কৰা হয় যদিও বলছেভিক পাৰ্টিটো দৰাচলতে ছোচিয়েল ডেমক্ৰেটসকলৰে এটা স্বতন্ত্ৰ দলহে আছিল। ১৯১৮ চনৰ আগ ভাগতে লেনিনে ৰুছিয়াৰ ৰাজধানী মস্কোলৈ স্থানান্তৰিত কৰে। মস্কোতে ১৯১৯ চনৰ দুই মাৰ্চ্চ

তাৰিখে 'কমিউনিষ্ট ইণ্টাৰনেশ্যনেল' বা 'কমিণ্টাৰ্ণ'ৰ প্ৰথম কংগ্ৰেছ বহে। কমিণ্টাৰ্ণ হৈছে পৃথিবীৰ বিভিন্ন দেশৰ কমিউনিষ্ট পাৰ্টিবোৰৰ এটা আন্তৰাষ্ট্ৰীয় সঙ্ঘ।

লেনিনৰ ঘৰুৱা জীৱন বুলিবলৈ বিশেষ নাই। তেওঁ নিজেও লিখি গৈছে বোলে কমিউনিষ্টৰ ঘৰুৱা জীৱন বুলি একো বস্তু থাকিব নোৱাৰে। তেওঁৰ জীৱনী ৰুছিয়াৰ এই ঘটনাপূৰ্ণ কালছোৱাৰ বুৰঞ্জীৰ পাতে পাতে গ্ৰথিত হৈ আছে। তথাপিও দুই এটা কথাৰ উল্লেখ কৰিব পৰা যায়। ১৯১০ চনত পেট্ৰগ্ৰেডলৈ ঘূৰি আহি তেওঁ আন সকলোবোৰ কাম কাতি কৰি থৈ মাকৰ কবৰলৈ যায় আৰু তাত সেৱা কৰি আহেগৈ। মাকৰ স্মৃতি তেওঁৰ মানস-পটত কিমান যে সজীব হৈ আছিল, সেয়ে যথেষ্ট প্ৰমাণ। প্ৰাকৃতিক শোভা চাই আৰু সৰু সৰু লৰা-ছোৱালীৰ লগত ধেমালি কৰি তেওঁ বৰ আনন্দ পাইছিল। জিৰণি লগা হলে গান বা পিয়ানো বজোৱা শুনিবলৈ তেওঁ বৰ হাবিয়াস কৰিছিল। ১৯২৩ চনৰ ডিচেম্বৰত খৃষ্টমাছৰ দিনা ঘৈণীয়েকে গাঁৱৰ খেতিয়কসকলক মাতি আনি ভোজন কৰোৱা দৃশ্য নৰিয়াপাটীৰ পৰা লক্ষ্য কৰিয়ে তেওঁ অশেষ তৃপ্তি পাইছিল। লেনিনৰ নিচিনা নিৰহঙ্কাৰ আৰু অনাড়ম্বৰ ৰাষ্ট্ৰনায়ক বিচাৰি উলিওৱা টান। কথা-প্ৰসঙ্গত তেওঁ এবাৰ কৈছিল বোলে 'বৰ্বৰ' বুলি নিজৰ চিনাকি দিবলৈ তেওঁ মুঠেই দ্বিধাবোধ নকৰে। কোনো বৈদেশিক ভাষাত তেওঁ বক্তৃতা দিব পাৰে নেকি, এবাৰ সোধা হৈছিল। তেওঁ টপৰাই উত্তৰ দিলে বোলে তেওঁ কোনো বৈদেশিক ভাষা নেজানে।



দৰাচলতে কমিণ্টাৰ্ণৰ তৃতীয় কংগ্ৰেছত তেওঁ জাৰ্ম্মাণ ভাষাত সুন্দৰ বক্তৃতা দিছিল। ফৰাচী আৰু ইংৰাজী ভাষাৰ জ্ঞানো তেওঁৰ আছিল যথেষ্ট।

জাক জাক লৰা-ছোৱালীক মৰম কৰি অসীম আনন্দ ভোগ কৰা এই একেজন লেনিনেই শত্ৰুৰ বেলিকা নিজৰ হিয়া অতিপাত কাঠচিতীয়া কৰি লব পাৰিছিল। "যি আমাৰ সপক্ষে নাই, সি বিপক্ষে আছে" বুলি ধৰি লৈ লেনিনে বিপক্ষৰ সকলোবোৰ লোকৰে প্ৰতি অতিশয় নিৰ্দ্দয় আচৰণ কৰিছিল। প্ৰতিপক্ষৰ প্ৰতি তেওঁ যি নিষ্ঠুৰতাৰ পৰাকাষ্ঠা দেখুৱালে, সি ঘোৰ স্বৈৰাচাৰী জাৰ একোজনতকৈও একাঠি চৰা।

১৯২১ চনৰ শেষ ভাগৰ পৰাই লেনিনৰ স্বাস্থ্য পৰি আহে। অত্যন্ত লিখা-পঢ়া আৰু ভবা-চিন্তা কৰাৰ ফলত তেওঁৰ টোপনি নহা হৈ আহিল। ১৯২২ চনত তেওঁৰ ইমান বেছি মুৰঘূৰণি হল যে কিবা এটাত ধৰি নৰলে তেওঁ থিয় হৈ থাকিবকে নোৱাৰাত পৰিল। এই বছৰৰে মাৰ্চ্চ মাহত তেওঁ কিছুদিনলৈ বাক্-শক্তি হেৰুৱাই পেলালে আৰু সোঁ হাত আৰু ভৰি লৰাব নোৱাৰাত পৰিল। পিছত অৱস্থা অলপ ভাললৈ আহিছিল যদিও ১৯২৪ চনৰ ২১ জানুৱাৰী তাৰিখে সন্ধিয়া সাত বজাত তেওঁ চিৰকাললৈ চকু মুদিলে। জাৰ্ম্মাণি আৰু ৰুছিয়াৰ বিখ্যাত ডাক্তৰসকলে অহোপুৰুষাৰ্থ কৰিও তেওঁক ভাল কৰিব নোৱাৰিলে। ডাঃ বোজানভে কৈছে যে মৰণোত্তৰ পৰীক্ষা কৰি তেওঁলোকে দেখিলে যে 'স্ক্লেৰছিছ হৈ' লেনিনৰ মস্তিকত এটা ডাঙৰ গাঁত বহি

গৈছিল। এনে এটা অৱস্থা লৈ তেওঁ চাৰি বছৰকৈ জীয়াই থকাটোৱে ডাক্তৰসকলৰ পক্ষে বিস্ময়ৰ কাৰণ হৈ উঠিল। লেনিনৰ শৱ সুৰক্ষিত কৰি মস্কোৰ ৰেড স্কোৱাৰত সুবৃহৎ মছলিয়াম এটাত সমাধিস্থ কৰি ৰখা হৈছে।

দেশ গঠন কাৰ্য্য লেনিনে অসমাপ্ত অৱস্থাতে এৰি থৈ গলেও তেওঁ পৃথিবীৰ এক-ষষ্ঠাংশ জোৰা বিৰাট ৰাষ্ট্ৰ এখনৰ ভেটি বান্ধি থৈ গল। এই ৰাষ্ট্ৰকে আজি "য়ুনিয়ন অব্ ছোভিয়েট্ ছচিয়েলিষ্ট্ ৰিপাব্লিক্স" বা সংক্ষেপে "ইউ-এছ-এছ-আৰ" বোলা হয়। ই যোলখন ছোভিয়েট্ ছচিয়ালিষ্ট্ গণ-ৰাজ্যৰ এটা সঙ্ঘ। 'ছোভিয়েট্' শব্দৰ তাৎপৰ্য্য আগতে ব্যাখ্যা কৰি অহা হৈছে। সমাজতন্ত্ৰ বা ছচিয়েলিজমৰ লেনিনে নিজে এটা সংজ্ঞা দি গৈছে। সেই সংজ্ঞামতে সমাজতন্ত্ৰবাদ হৈছে—"সভ্য সহযোগীসকলৰ এনে এক ব্যৱস্থা য'ত নেকি সমাজেই হৈছে উৎপাদনৰ আহিলাৰ গৰাকী।" সেইদেখি ছোভিয়েট য়ুনিয়নত আজি উৎপাদনৰ সমস্ত উপায় আৰু উপকৰণ ৰাষ্ট্ৰৰ বা ৰাষ্ট্ৰ-স্বীকৃত সমবায় সংস্থাবোৰৰ হাতত।



# গাজী মোস্তাফা কামাল পাছা



ভূমধ্য সাগৰৰ পূব ফালে এছিয়া-মাইনৰ—যাৰ ৰাজধানী কনষ্টাটিনোপল্। দক্ষিণে মিছৰ, উত্তৰে ৰুছিয়া, পূবে ভাৰত আৰু পশ্চিমে গ্ৰীচ দেশক লৈ এই ডোখৰ ঠাই মুছলমান-প্ৰধান। হজৰত মহম্মদৰ ধৰ্ম্মৰ প্ৰভাৱত এই ঠাইৰ মানুহৰ আচাৰ ব্যৱহাৰ প্ৰায় একে। কিন্তু ধৰ্ম্মৰ সংস্কাৰ নোহোৱা বাবে সেই ধৰ্ম্মান্ধতাৰ প্ৰভাৱে মানুহৰ আগবাঢ়ি যোৱা জীৱনত

বহুত সময়ত আহুকালৰহে সৃষ্টি কৰিছিল। টেটুও চেপা মাৰি ধৰিলে মানুহে যেনেকৈ উশাহ-নিশাহ লব নোৱাৰি কষ্ট পায়, ধৰ্ম্মৰ সংস্কাৰ নহলে ঠিক তেনে কষ্টই হয়। ধৰ্ম্মই এনেকুৱা ধৰ্ম্মান্ধ দেশবোৰত প্ৰতি পদে বাধাৰ সৃষ্টি কৰে। য়ুৰোপৰ দেশবিলাকৰ বাহিৰে পৃথিৱীৰ আনবিলাক দেশ এই বাধাৰ বাবেই সিমান উন্নত হব পৰা নাছিল।

আফগানিস্থান, আৰব আদি কৰি দুই এখন মুছলমান দেশ উন্নত হৈ আহিব নোৱাৰিলেও তুৰস্কত পৰিবৰ্ত্তন ঘটিল। আজিৰ মুছলমান জাতিৰ আদৰ্শ এই তুৰস্কৰ নৱ জাগৰণেই। এই জাগৰণৰ মূলত—তুৰস্কৰ এন্ধাৰ আঁউসীৰ নিশাত যিজন মহাপুৰুষে জোনাকৰ ৰশ্মি ঢালি সেই জাতিৰ জীৱনত পোহৰ দিলে তেওঁ হৈছে গাজী মোস্তাফা কামাল পাছা।

১৮৮০ চনত তেতিয়াৰ তুৰস্কৰ অধীনত থকা গ্ৰীচৰ চালোনিকা বন্দৰৰ এটা দুখীয়া পৰিয়ালত কামালৰ জন্ম হৈছিল। তেওঁৰ পিতাকৰ নাম আছিল আলিৰেজা। আলিৰেজা চুলতানৰ শুল্ক বিভাগৰ চাকৰিয়াল আছিল। মুস্তাফাৰ মাক জুবেদা হানান সাধাৰণ খেতিয়কৰ ঘৰৰ জীয়াৰী আছিল। লৰাকালতে কামালৰ স্বাধীনতা-প্ৰিয়তাই আৰু বীৰ হৃদয়ৰ দৃঢ়তাই পঢ়াশালিৰ শিক্ষাৰ অৱসান ঘটালে এটি সামান্য ঘটনাৰ কাৰণে। সৈনিকৰ কুচ-কাৱাজ আৰু নিয়মানুবৰ্ত্তিতাইহে কামালৰ মন আকৰ্ষণ কৰিলে আৰু এদিন আপোনমনে তেওঁ চালোনিকাৰ সামৰিক বিদ্যালয়ত নাম লিখিলেগৈ। সামৰিক কলেজত শিক্ষা শেষ



কৰি তেওঁ এজন পাকৈত ৰণুৱা হৈ ওলাই আহিল। সেই সময়ত ধন আৰু সাম্ৰাজ্যবাদী য়ুৰোপীয় শক্তিবিলাকে তুৰস্কক "য়ুৰোপৰ ৰুগীয়া মানুহ" বুলি অৱজ্ঞাৰ চকুৰে চাইছিল আৰু ছলে-বলে-কৌশলে তুৰস্ক সাম্ৰাজ্য ধ্বংস কৰিবলৈ চেলু বিচাৰি ফুৰিছিল। ১৯০৫ চনত পচিশ বছৰীয়া চফল ডেকা কামালে অন্তৰত তুৰস্কৰ মুক্তিৰ ব্ৰত লৈ চুলতানৰ সৈন্য-বিভাগৰ এজন কৰ্ম্মচাৰী নিযুক্ত হল। অকামিলা চুলতানৰ শাসনত বাগী কুঠাৰ বহুৱাবৰ উদ্দেশ্যে গোপনে কেওঁ কাৰ্য্যক্ষেত্ৰত নামিল।

প্ৰথম মহাযুদ্ধত তুৰস্কই জাৰ্ম্মাণিৰ পক্ষ লৈ যুদ্ধৰ শেষত নিৰ্ম্মূল হবলগীয়া হৈছিল। তুৰ্কী চিৰকালৰ কাৰণে যায় যায়। কিন্তু এই মৰণোন্মুখ তুৰ্ক জাতিক পৰিত্ৰাণ কৰিলে কামাল পাছাই। তুৰ্কীৰ ভিতৰুৱা অৱস্থা বৰ শোচনীয় হৈছিল। অশান্তি বাঢ়িছিল। এই বাবে ইতিমধ্যে তুৰস্কত তৰুণ-তুৰ্কী নামেৰে এটা দল গঠিত হৈছিল। আনোৱাৰ পাছা এই দলৰ নায়ক। এই দলটোৰ কৰ্ম্মকেন্দ্ৰ য়ুৰোপৰ আন আন ঠাইত আছিল। তুৰস্কত বিপ্লৱ কৰাই এই দলটোৰ উদ্দেশ্য। চুলতানৰ দুৰ্ব্বল শাসনৰ ঠাইত তুৰ্ক জাতিৰ প্ৰৱল জাতীয় শাসন প্ৰতিষ্ঠিত কৰিব পাৰিলে দেশৰ মঙ্গল হ'ব—এই আশাত 'তৰুণ তুৰ্কী'য়ে বিদ্ৰোহ আৰম্ভ কৰিলে। সৈন্যবিলাকৰ মাজতো এই দলটোৱে বিদ্ৰোহৰ ভাৰ সুমাই দিলে। কামাল পাছাই এই দলৰ লগত যোগ দিলে। আগেয়ে নানা ঠাইত হোৱা নানা যুদ্ধক্ষেত্ৰত কামাল পাছাই বৰ বিক্ৰমৰ পৰিচয় দিছিল। কামাল পাছা সঁচাকৈয়ে এজন বীৰ। তেওঁৰ

বুদ্ধি তীক্ষ্ণ, হিয়া উদাৰ। কামাল পাছাৰ মুখত ডাঢ়ি-গোঁফৰ চিন নাই। ডাঢ়ি-গোঁফ নৰখাটো হেনো পাপৰ কথা। কিন্তু কামাল এই ধৰ্ম্মান্ধতাৰ পৰা মুক্ত হ'ল। তেওঁ প্ৰচাৰ কৰিলে বোলে সৈনিকে ডাঢ়ি-গোঁফ খুৰাই পেলোৱাত দোষ নাই। তুৰ্কীৰ চুলতান এই ধৰ্ম্মান্ধতাৰ প্ৰতীক স্বৰূপ আছিল। তেওঁৰ অত্যাচাৰ আৰু অবিচাৰপূৰ্ণ ৰাজত্বৰ ওৰ পেলাবলৈ কামালৰ দৰে এজন মানুহ তুৰ্কী জাতিৰ প্ৰয়োজন হ'ল।

স্বদেশপ্ৰাণ কামালে জন্মভূমিৰ অপমান স্বীকাৰ কৰি লবলৈ টান পালে। তেওঁ তেতিয়াও তুৰস্কৰ ভাগত যি অৱশিষ্ট আছিল তাকে ৰক্ষা কৰিবলৈ দৃঢ়সঙ্কল্প কৰিলে। কামালে বুজিলে যে বিজয়ী শক্তিৰ হাতৰ পুতলা চুলতানৰ অধীনত থাকিলে তুৰ্কী জাতিৰ কোনো কালে কল্যাণ নহব আৰু অনতিপলমে তুৰ্কীৰ জাতীয় ঠাই আনাতোলিয়া প্ৰদেশে গ্ৰীচৰ হাতলৈ যাব। দেশত তৰুণ তুৰ্কীয়ে বিদ্ৰোহ আৰম্ভ কৰিছেই। এনেতে কামালৰ সহযোগত এই বিদ্ৰোহৰ জুই দপ দপ কৰি জ্বলি উঠিল। কামালে খৰখেদা লগাই আনাতোলিয়াৰ সকলো ঠাইৰ লোকক আহ্বান কৰি 'তুৰ্কী কংগ্ৰেছ' স্থাপন কৰিলে আৰু সৰ্ব্বসম্মতিক্ৰমে ইং ১৯১৯ চনৰ ছেপ্টেম্বৰ মাহত তেওঁ নিজেই তাৰ সভাপতি নিৰ্ব্বাচিত হল। তাৰ তিনি বছৰৰ পিছতে কামালে গ্ৰীকবিলাকক যুদ্ধত পৰাস্ত কৰি তেওঁবিলাকক এছিয়া-মাইনৰ এৰি যাবলৈ বাধ্য কৰিলে।

ইয়াৰ পিছতেই তুৰ্কীৰ চুলতানৰ পতন হয়। তেওঁৰ শাসন



গুচাই তুৰ্কীত ৰিপাব্লিক বা সাধাৰণতন্ত্ৰ প্ৰতিষ্ঠিত কৰা হয়। কামাল পাছা এই শাসন পৰিষদৰ প্ৰথম ৰাষ্ট্ৰপতি হল।

কামাল পাছা ৰাষ্ট্ৰপতি হোৱাৰ পিছৰ পৰাই তুৰ্কী জাতিৰ জীৱনত বিৰাট পৰিবৰ্ত্তন সাধন হল। যি দেশত এশৰ ভিতৰত ৯৫ জন নিৰক্ষৰ আছিল সেই দেশত এশৰ ভিতৰত ৯০ জন মানুহ বিচক্ষণ আৰু শিক্ষিত হৈ উঠিল। দেশত কল-কাৰখানা স্থাপিত হৈ দেশৰ সম্পদ য়ুৰোপৰ আন আন দেশৰ সমানে গা কৰি উঠিল। তুৰ্কীৰ ডেকাসকল পাশ্চাত্যৰ ডেকাসকলৰ দৰে সকলো বিষয়তে পৈণত আৰু গুণৱন্ত হৈ উঠিল।

হজৰত মহম্মদৰ উদাৰ ধৰ্ম্মীয় তুৰস্কত জাতিভেদ নেথাকিলেও ওৰণি, পৰ্দা আৰু নানাবিধ অত্যাচাৰৰ তাপত তাৰ তিৰুতাসকল সদায় জুৰুলা আছিল। মোল্লা-মৌলানাসকলেই সকলো কথাতে প্ৰাধান্য লাভ কৰিছিল। তুৰস্কৰ চুলতানো এই মৌলবীসকলৰ দৰেই এহাতে ধৰ্ম্মদণ্ড লৈ আন হাতে ৰাজদণ্ড ধৰি আছিল। সেই বাবে তেওঁৰ শাসনে মানুহক কেতিয়াও প্ৰকৃত মুক্তি বা স্বাধীনতা দিব নোৱাৰিছিল। সেই বাবেই তুৰস্কত দেশজুৰি অত্যাচাৰ আৰু অবিচাৰৰ হাহাকাৰ উঠিছিল। সেই বাবেই লৰা কামালে এই দুখত ব্যথিত হৈ কৈছিল,—"হে মোৰ জন্মভূমি! তোমাক মই এই দুখৰ পৰা মুক্ত কৰিম।"

তুৰ্কীৰ মহিলাসকলৰ ওৰণি আৰু আবুৰ গুচাই কামাল পাছাই তেওঁবিলাকক নিজৰ ভৰিৰ ওপৰত নিজে থিয় হৈ চলিব পৰা কৰিলে। আজি এগৰাকী তুৰ্কী মহিলাৰ লগত

আমেৰিকাৰ আধুনিক মহিলা এগৰাকীৰ কোনো বিভিন্নতা নাই। কামালৰ এই কাৰ্য্যত ধৰ্ম্মান্ধ মৌলবী আৰু মৌলানাসকলে বাধাৰ সৃষ্টি কৰিছিল।

চুলতানৰ লগে লগে তুৰ্কীৰ ধৰ্ম্মান্ধতাও তুৰ্কীৰ জাতীয় জীৱনৰ পৰা আঁতৰি গল। আজিৰ তুৰ্কী জাতি প্ৰকৃত মুছলমান কিন্তু তেওঁবিধৰ্ম্মৰ ধৰ্ম্মৰ নামত অন্যায়, অবিচাৰ আৰু অত্যাচাৰ কৰাটো সপোনতো ভাবিব নোৱাৰে। কামাল আটা তুৰ্ক—যাক তুৰ্কীৰ চৰকাৰে গাজী বা বিজয়ী পদত বিভূষিত কৰিছিল তেওঁ সঁচাসঁচিকৈ তুৰ্কী জাতিৰ পিতাৰ দৰে হৈ এই জাতিটোক ৰক্ষা কৰি পৃথিৱীৰ বুৰঞ্জীত সকলো শ্ৰেষ্ঠ জাতিৰ সমান আসনত উল্লেখ কৰি থব পৰাকৈ গঢ়ি গ'ল। ১৯৩৮ চনৰ শেষ ভাগত তেওঁৰ মৃত্যু হল।

আজিৰ তুৰ্কীয়ে নিজকে ঘোষণা কৰিছে এই বুলি—"আমি ধৰ্ম্মত মুচলমান, সংস্কৃতিত তুৰ্ক আৰু সভ্যতাত পশ্চিমীয়া"। তুৰ্কী জাতিক এই সঞ্জীৱনী মন্ত্ৰ দিছিল কামাল আতা তুৰ্কে। তেওঁ ধনন্তৰী হৈ "য়ুৰোপৰ ৰোগী" হৈ নৰিয়া পাটিত লেলাই ধেন্দাই পৰি থকা তুৰস্কৰ ৰোগ ভাল কৰিয়েই এৰা নাছিল, এই ৰোগৰ মূল—কুসংস্কাৰৰ বীজাণুবোৰ ধ্বংস কৰি অলসতা কাপুৰুষতা আদি কুলক্ষণবোৰ আঁতৰ কৰি গোটেই জাতিটোকে সুস্থ, সবল আৰু প্ৰাণৱন্ত কৰি গঢ়ি তুলিলে।

---

# ফ্লোৰেন্স নাইটিঙ্গেল



সংসাৰত আপোন বুলিবলৈ যাৰ কোনো নাই, ৰোগ শোক দুখ আদিৰ বিষাদ-ডাৱৰৰ ক'লা আভৰণেৰে যাৰ মুখ আৱৰি থৈ দিয়ে, তাৰ যি আপোন হব পাৰিছে, তাৰ সেই বিষাদ-ডাৱৰ গুচাবলৈ যি অকাতৰে নিজৰ জীৱন উৎছৰ্গা কৰিব পাৰিছে তেৱেঁই ধন্য, তেৱেঁই প্ৰকৃত মহৎ, তেৱেঁই প্ৰকৃত দেৱতা বা দেৱী।

দেৱী ফ্লোৰেন্স নাইটিঙ্গেলে ১৮২০ খৃষ্টাব্দৰ পোন্ধৰ মেই তাৰিখে ইতালি দেশৰ ফ্লোৰেন্স নগৰত জন্ম গ্ৰহণ কৰে। ফ্লোৰেন্স নগৰত ওপজা বুলি তেওঁৰ নাম ফ্লোৰেন্স নাইটিঙ্গেল ৰখা হয়। তেওঁৰ পিতৃ ৱিলিয়েম্ এডৱাৰ্ড লইটীঙ্গেল ইংলণ্ড দেশৰ হেম্পছায়াৰ জিলাৰ এজন প্ৰসিদ্ধ গণ্যমান্য মানুহ আছিল।

নাইটিঙ্গেলৰ বাল্য জীৱনৰ বেছি ভাগ সময় ডাৰ্বিছায়াৰ জিলাৰ প্ৰাকৃতিক সৌন্দৰ্য্যপৰিপূৰ্ণ লিহাৰ্ষ্ট নগৰত অতিবাহিত হয়। তাতেই তেওঁৰ ভবিষ্যত মহৎ জীৱনৰ কাৰ্য্যাৱলীৰ বিকাশ হবলৈ ধৰে। নিচেই কোমল বয়সৰে পৰাই নাইটিঙ্গেল বৰ পৰ-দুখকাতৰা আছিল। নিচেই কোমল বয়সেৰে পৰাই আনৰ দুখ মোচনৰ হেপাহে তেওঁৰ কোমল মনত সুদৃঢ় আসন পাতি লৈছিল।

নাইটিঙ্গেলৰ দেউতাকৰ এজন দয়ালু বুঢ়া ধৰ্ম্মযাজক বন্ধু আছিল। চিকিৎসা শাস্ত্ৰত তেওঁৰ কিছু অভিজ্ঞতাও আছিল আৰু ওচৰচুবুৰীয়া কোনো মানুহৰ ৰোগ-নৰিয়া হলে তেওঁ অযাচিত ভাৱে ঔষধাদি দান আৰু তাৰ সেৱা-শুশ্ৰূষা কৰিছিল। নাইটিঙ্গেলে প্ৰায়েই এই দয়ালু ধৰ্ম্মযাজকজনৰ লগত ফুৰিছিল আৰু মাজে মাজে ৰোগীৰ সেৱা-শুশ্ৰূষা কৰিবলৈ পাই অন্তৰত নথৈ আনন্দ লভিছিল। কেৱল মানুহৰ মাজতেই যে তেওঁৰ দয়া সীমাবদ্ধ আছিল এনে নহয়। তেওঁৰ অসীম কৰুণাই পশু-পক্ষীৰ মাজতো বিস্তৃতি লাভ কৰিছিল।

ৰজাৰ নামে ভেৰাৰখীয়া এজনৰ 'কেপ্' নামে এটা বৰ কামিলা কুকুৰ আছিল। এদিন এটা দুষ্ট লৰাই ইটাৰে দলিয়াই তাৰ ঠেং এটা খোঁৰা কৰি দিলে। ৰজাৰে ইয়াতে কেপক আৰু কোনো কামত নাহিব বুলি, মিছাতে বহুৱাই খুৱাই থকাতকৈ মাৰি পোলাৱাই যুক্তিসঙ্গত বুলি থিৰ কৰিলে। কেনেবাকৈ ঘটনাটি নাইটিঙ্গেলৰ কাণত পৰিল। তেওঁ মনত বৰ বেজাৰ পালে আৰু ধৰ্ম্মযাজকজনক লগত লৈ তেতিয়াই ৰজাৰ ঘৰত উপস্থিত হ'লহি। তেওঁ ভালকৈ চাই-চিন্তি দেখিলে, কেপৰ আঘাত তেনে গুৰুতৰ নহয় আৰু শুশ্ৰূষা কৰিলে সি অলপ দিনৰ ভিতৰতে আৰোগ্য লাভ কৰিব পাৰে। তেওঁ তৎক্ষণাৎ নিজৰ ফ্লানেলৰ চোলাটো ফালি কেপৰ আহত ঠাই-খিনিত তপত পানীৰে সেক দিবলৈ ধৰিলে। অলপ সময়ৰ ভিতৰতে কেপৰ অসহনীয় যন্ত্ৰণাৰ অলপ লাঘৱ হোৱা যেন দেখা গ'ল, আৰু নাইটিঙ্গেলৰ তিনি চাৰি দিনৰ অক্লান্ত যত্নত সি সম্পূৰ্ণৰূপে আৰোগ্য লাভ কৰিলে।

বয়সৰ লগে লগে নাইটিঙ্গেলৰ পৰোপকাৰৰ হেঁপাহ দিনকে-দিনে বাঢ়িবলৈ ধৰিলে। আনৰ দুখ মোচন কৰাই তেওঁৰ জীৱনৰ প্ৰধান ব্ৰত হৈ উঠিল। সেই সময়ত ৰোগীৰ সেৱা-শুশ্ৰূষা সম্বন্ধে ইংলণ্ডৰ আস্পতালবিলাকত কোনো সুবন্দৱস্ত নাছিল। নাইটিঙ্গেলে সেৱা-শুশ্ৰূষা জনা মানুহৰ অভাৱকেই ইয়াৰ মূল কাৰণ বুলি ভাবিলে আৰু নিজেই সেই কাম সুচাৰুৰূপে শিকিবলৈ কৃতসঙ্কল্প হ'ল।

যি বয়সত মানুহে বিলাসত অঙ্গ ঢালি পৰিতৃপ্তি লাভৰ আশা

কৰে, যি বয়সত মানুহে আত্মসুখ লৈ বিভোৰ হৈ থাকে, নাইটিঙ্গেলে সেই তৰুণ বয়সতেই কঠোৰ ব্ৰহ্মচৰ্য্য ব্ৰতক জীৱনৰ চিৰলগৰীয়া কৰি ললে। তেওঁৰ দেউতাকৰ যথেষ্ট ধন-বিভূতি আছিল। বিলাস-ভোগৰ বাসনা থকা হলে তেওঁ অনায়াসে তাত গা ঢালি দিব পাৰিলেহেঁতেন। কিন্তু তেওঁৰ প্ৰকৃতি তেনে নাছিল। তেওঁ বেছকৈ বুজিছিল—ধন, সম্পদ, বিলাস ভোগাদিৰ দ্বাৰা সুখ ধৰিবলৈ যিমানেই আগবঢ়া যায় সিও তিমানেই আঁতৰি আঁতৰি যায় আৰু হঠাৎ কেতিয়াবা ধৰিব পাৰিলেও সি সুখৰ আকাৰে দুখহে, প্ৰকৃত সুখ নহয়। পৰৰ সেৱাত আপোনাৰ ক্ষুদ্ৰ শক্তি লগোৱাই মাথোন তেওঁ এই জৰা যন্ত্ৰণাময় সংসাৰত সুখ লভিবৰ উত্তম পথ বুলি ভাবিছিল।

শুশ্ৰূষা-বিদ্যা শিকাৰ উদ্দেশ্য লৈ নাইটিঙ্গেলে ১৮৪৪ খৃষ্টাব্দত প্ৰথমতে য়ুৰোপৰ প্ৰায় দেশৰে আস্পতালবিলাক পৰিদৰ্শন কৰি অৱশেষত জাৰ্ম্মাণিৰ কৈচাৰ্‌চ্‌ৱাৰ্থ্‌ আৰু ফ্ৰান্সৰ পেৰিছ নগৰৰ সেৱাশ্ৰম দুখনত অলপ দিনলৈ শিক্ষা লাভ কৰে। শিক্ষা সমাপ্ত হলত তেওঁ ইংলণ্ডলৈ উলটি আহিল আৰু নিৰাশ্ৰয় ৰোগগ্ৰস্ত নৰনাৰীৰ সেৱা-শুশ্ৰূষা আৰু চিকিৎসাশ্ৰম আদিৰ উন্নতিৰ কাৰণে অবিশ্ৰান্তভাৱে পৰিশ্ৰম কৰিবলৈ ধৰিলে।

এনেতে তুৰস্কৰ তলতীয়া খৃষ্টানবিলাকৰ ওপৰত চুলতানে ৰুছৰ জাৰক আধিপত্য দিবলৈ মান্তি নোহোৱাত দুই সম্ৰাটৰ ভিতৰত আগৰে পৰা যি মনোবিবাদ চলি আহিছিল, ১৮৫৬ খৃষ্টাব্দত সেই বিবাদ ভীষণ সমৰানলত প্ৰজ্জ্বলিত হৈ উঠিল।



ক্ৰিমিয়াত ভয়ঙ্কৰ যুদ্ধ আৰম্ভ হ'ল। তুৰস্কক সহায় কৰিবলৈ ইংলণ্ড আৰু ফ্ৰান্স আগবাঢ়িল। জয় লাভ হলেও এই যুদ্ধত ইংলণ্ডই অসহনীয় ক্ষতি সহিব লগাত পৰে। আহতৰ শুশ্ৰূষাৰ অভাৱত, জহনি ৰোগত আৰু ক্ৰিমিয়াৰ অতিপাত হিমৰ পৰা ৰক্ষা পাবলৈ উপযুক্ত কাপোৰ আৰু খাদ্যৰ নাটনিত এই যুদ্ধত হেজাৰে হেজাৰে ইংৰাজ সেনা মৃত্যু-মুখত পৰিবলগা হয়।

স্কুটৰীৰ আস্পাতালত আহত আৰু ৰোগীৰ আৰ্ত্তনাদ বিলাই-বিপত্তিত যেতিয়া পৃথিবীত নৰক যন্ত্ৰণাৰ মৰ্ম্মন্তুদ দৃশ্য ফুটি উঠিছিল, ইংলণ্ডবাসীৰ প্ৰাণ যেতিয়া সিহঁতৰ ৰক্ষাৰ বাবে উপায় বিচাৰি চিন্তাত আকুল হৈ উঠিছিল, দেৱী নাইটিঙ্গেলেই তেতিয়া তাত শান্তিৰ মন্দাকিনী ধাৰা প্ৰবাহিত কৰি দিলেগৈ। তেওঁ একুৰি সোতৰজনী সহকাৰিণী লৈ প্ৰথমতে যেতিয়া স্কুটাৰী পায়গৈ তেতিয়া আস্পাতালত আহত আৰু ৰোগী মানুহ প্ৰায় দুহেজাৰ আছিল। কিন্তু এই সংখ্যা কেইমাহমানৰ ভিতৰতেই প্ৰায় দহ হেজাৰত পৰিণত হয়গৈ। নাইটিঙ্গেলৰ জ্বলন্ত দৃষ্টান্তত উৎসাহিত হৈ বহু ইংৰাজ গাভৰুৱে তেওঁৰ পদাঙ্কানুসৰণ কৰিলে।

স্কুটাৰী নাইটিঙ্গেলৰ বীৰত্ব প্ৰকাশৰ মুখ্যক্ষেত্ৰ। ইয়াত তেওঁৰ অদম্য অধ্যৱসায় আৰু অক্লান্ত পৰিশ্ৰম অবৰ্ণনীয়। তাত তেওঁ নিজৰ জীৱনক তুচ্ছ মানি কামত আগ বাঢ়িছিল। ৰাতিক ৰাতি নুবুলি, টোপনিক টোপনি নুবুলি তেওঁ ৰোগীৰ সেৱাতে জীৱন ঢালি দিছিল। চিকিৎসক আদি সকলো

টোপনিত পৰিলে মাজনিশা তেওঁ অকলৈ বন্তি এগছ হাতত লৈ ৰোগীবিলাকক চাই চাই ফুৰিছিল। এই কাৰণেই ৰোগীবিলাকে তেওঁৰ নাম 'লেডি অৱ্ দি লেম্প্' বা বন্তী-দেৱী ৰাখিছিল। সিহঁতৰ শান্তিৰ কাৰণে কৰিব পৰা সকলো কামকে তেওঁ হেজাৰ দুখকো সহ্য কৰি হাঁহিমুখেৰে কৰিছিল। সিহঁতৰ পৰিয়ালৰ লগত তেওঁ সিহঁতৰ হৈ চিঠি-পত্ৰ লিখালিখি কৰিছিল। মাহ পূৰ হলেই হিচাপমতে সিহঁতৰ হৈ প্ৰত্যেকৰ ঘৰলৈ টকা পঠিয়াই দিছিল। তেওঁৰ সকৰুণ মৰমৰ মাত, কোমল হাতৰ পৰশ আৰু আশাৰ বাণীয়ে সিহঁতৰ হিয়াত মুহূৰ্ত্তে মুহূৰ্ত্তে নতুন নতুন উলাহ সুমুৱাই দিছিল। তেওঁৰ কৰুণাৰ মূৰ্ত্তি দেখি ৰোগীয়ে মৃত্যু-যন্ত্ৰণাও ক্ষন্তেকলৈ পাহৰি গৈছিল। বেলাক্লাভা আস্পাতালতো তেওঁ ৰোগীৰ শুশ্ৰূষাৰ কাৰণে কিছুদিন অৱস্থান কৰে।

১৮৫৬ খৃষ্টাব্দত ক্ৰিমিয়া যুদ্ধৰ অৱসান হল। তেওঁ হেজাৰ হেজাৰ আহত আৰু ৰোগীক অপাৰ্থিৱ সেৱা-শুশ্ৰূষা গুণেৰে নতুন জীৱন দি যমৰ হাতৰ পৰা কাঢ়ি আনি স্বদেশলৈ উলটি আহিল। তেওঁক অভ্যৰ্থনাৰে আগবঢ়াই আনিবলৈ গোটেই ইংলণ্ডবাসীয়ে মহাসমাৰোহেৰে আয়োজন কৰিছিল। অভ্যৰ্থনা লবলৈ তেওঁ মান্তি নোহোৱাত সকলো আয়োজনকে স্থগিত ৰাখিবলগীয়া হল। কিন্তু ইংলণ্ডবাসীয়ে তেওঁৰ প্ৰতি তেওঁলোকৰ কৰ্ত্তব্য নেপাহৰিলে। নাইটিঙ্গেলৰ কীৰ্ত্তি-চিহ্ন ৰাখিবলৈ তেওঁলোকে আঢ়ৈ কুৰি হেজাৰ পাউণ্ড (পাঁচ লাখ টকা) পঁচা তুলিলে আৰু তেওঁৰ ইচ্ছানুসাৰে শুশ্ৰূষা-বিদ্যা শিক্ষাৰ্থিনী তিৰোতাবিলাকৰ শিক্ষাৰ সুযোগ কৰি দিবলৈ সেই ধনেৰে ছেণ্ট্ টমাছ্ আৰু কিংছ কলেজত নাইটিঙ্গেল আশ্ৰম স্থাপন কৰিলে। শলাগ স্বৰূপে স্বৰ্গীয় মহাৰাণী ভিক্টোৰিয়াই ধন্যবাদৰ চিঠি এখনৰে সৈতে হীৰাপতোৱা ক্ৰছ এডাল আৰু তুৰস্কৰ চুলতানে বহুমূলীয়া মণি-মুকুতা খটোৱা খাৰু এযোৰ নাইটিঙ্গেললৈ বটা-বাহন পঠিয়ালে।



১৮৫৮ খৃষ্টাব্দত তেওঁৰ "ধাত্ৰীবিদ্যা শিক্ষা" প্ৰকাশিত হয়। তেওঁৰ 'আস্পাতালৰ বিৱৰণী' চিকিৎসক সম্প্ৰদায়ৰ মাজত এখন বহুমূলীয়া পুথি। ইয়াত বাহিৰে তেওঁ নানা বিষয়ৰ কেইবাখনিও সৰু সৰু পুথি প্ৰকাশ কৰে। ৰোগী আৰু যুদ্ধত আহত মানুহৰ সেৱা-শুশ্ৰূষাৰ কাৰণে স্থাপিত হোৱা যি 'ৰেড্ ক্ৰছ্ ছোছাইটীৰ' নাম আমি প্ৰায়য়েই শুনিবলৈ পাওঁ সেই 'ৰেড ক্ৰছ্ ছোছাইটী' স্থাপনত তেওঁ এজনা প্ৰধান উদ্যোগী আছিল। সেৱা-শুশ্ৰূষাদিৰ বন্দবস্ত সম্বন্ধে তেওঁৰ বহুমূলীয়া উপদেশে পৃথিৱীৰ সকলো দেশৰ উপকাৰ সাধন কৰিছে।

জগতত অক্ষয় কীৰ্ত্তি-স্তম্ভ স্থাপন কৰি এই মহীয়সী নাৰীয়ে ১৯১০ খৃষ্টাব্দৰ তেৰ আগষ্ট তাৰিখে ইহধাম পৰিত্যাগ কৰি পৰম পিতাৰ চিৰ শান্তিময় কোলাত চিৰদিনলৈ বিশ্ৰাম লাভ কৰিলে।

---

# মহাত্মা গান্ধী



ভাৰত আৰ্য্যসকলৰ বাসভূমি। ৰাম-লক্ষ্মণৰই ত্যাগভূমি। শ্ৰীকৃষ্ণ যুধিষ্ঠিৰৰ ই ন্যায় স্থাপনৰ ৰণভূমি। ঋষি-মুনিসকলৰ ই ধ্যানভূমি। বুদ্ধৰ ই অহিংসাভূমি। ৰামকৃষ্ণ, চৈতন্য আৰু শঙ্কৰদেৱৰ ই ধৰ্ম্মভূমি। শিৱাজী, ৰণজিতসিংহ আৰু লাচিতৰ ই বীৰভূমি। এই ভাৰতেই মহাত্মাৰো কৰ্ম্মভূমি। পোৰ বন্দৰ তেখেতৰ জন্মভূমি। পুণ্যাত্মা কাবা গান্ধী তেখেতৰ পিতৃদেৱতা। পৰম ভাগ্যৱতী পুতলীবাঈ তেখেতৰ মাতৃদেৱী।



মহাত্মাৰ সম্পূৰ্ণ নাম মোহনদাস কৰমচাঁদ গান্ধী। "গান্ধী" মানে মুদি বা মুদৈ। গান্ধী পৰিয়াল জাতত বনিয়া। আগতে তেওঁলোকে মুদিৰ ব্যবসায় কৰিছিল। তাৰে পৰা তেওঁলোকৰ উপাধি হ'ল "গান্ধী"। উতা গান্ধী বা উত্তমচাঁদ গান্ধীৰ ককা-দেউতাক। ককাদেউতাক পোৰ বন্দৰ আৰু জুনাগড়ৰ দেৱান আছিল। উতা গান্ধীৰ পুতেক কৰমচাঁদ বা কাবা গান্ধী। কাবা গান্ধীও পোৰ বন্দৰৰ দেৱান আছিল। কাবা গান্ধী নিৰ্ভীক ধাৰ্ম্মিক, দয়ালু আৰু বৰ সাহিয়াল আছিল। সুমলীয়া পুতেক গান্ধীয়ে দেউতাকৰ গুণখিনি ললে। গান্ধীৰ ককায়েক এজনো আছিল। মাক পুতলীবাঈ অতি গুণৱতী সাধ্বী তিৰোতা আছিল। তেখেতৰ সহনশীলতা, ঈশ্বৰ-ভক্তি-পৰায়ণতা, আৰু উপবাসত দিন যাপন কৰা শক্তি অসীম আছিল। পুতেক গান্ধীয়ে মাকৰ এই গুণবোৰো ললে।

সৰুতে ল'ৰা ছোৱালীৰ ভয় কৰা অভ্যাস মহাত্মাৰো আছিল। কিন্তু "ৰাম" নাম লৈ ভয় এৰিবলৈ তেখেতক শিকালে ঘৰৰ সাধাৰণ দাসী একমাত্ৰ ৰম্ভাই। "হৰিশ্চন্দ্ৰৰ" ভাওনাই তেখেতক শিকালে সত্য-পালনৰ মহত্ব। "শ্ৰৱণৰ পিতৃ-ভক্তি" পুথি-খনিয়ে তেখেতক শিকালে মাক-বাপেকৰ প্ৰতি কৰ্ত্তব্য। "প্ৰহ্লাদৰ সাধুই" তেখেতক শিকালে অটল ঈশ্বৰভক্তি। উচ্চ ইংৰাজী স্কুলত শিক্ষকে লুকাই লিখি দিয়া ইংৰাজী "কেটল" শব্দই তেখেতক শিকালে নকল কৰা কেনে অন্যায়। মহাত্মাৰ বাল্য-জীৱন এইদৰেই গঢ়ি উঠিল।

ল'ৰাকাল অনুকৰণৰ কাল। সঙ্গ অনুযায়ী জীৱন গঠন হয়। সুসঙ্গ উত্তম। কুসঙ্গ অধম। মহাত্মাৰো সেয়ে হ'ল। কুসঙ্গত পৰি লৰা গান্ধীও বিপথে গ'ল। লুকাই বিড়ি-চেলেউ হোপা হ'ল। ঘৰৰ লগুৱাৰ পইচা চুৰ কৰা হ'ল। গান্ধী পৰিয়াল বৈষ্ণৱ। মাংস খোৱা মহাপাপ। নেখায়। কিন্তু তেখেতে তাকো খোৱা হ'ল। লগৰ লগত লুকাই মাংস খাওঁতে মাংসৰ দোকানত টকাৰ ধাৰ লাগিল। ধাৰ সুজে কেনেকৈ? লগৰীয়াই বুদ্ধি দিলে টকা চুৰ কৰিবলৈ। তাক কৰিলে। ককায়েকৰ সোণৰ বাজুৰ পৰা টুকুৰা সোণ চুৰ কৰিলে। তাৰে ধাৰ মাৰিলে। কিন্তু পাপ জানো লুকাই থাকে? ইয়াক লুকাই কৰা যায়। কিন্তু ইতো তেনেকৈ নেথাকে। ই ওলাবই। পাপে কষ্ট দিয়ে। কষ্টই অনুতাপ আনে। অনুতাপে সংশোধন কৰে। মহাত্মাৰো সেয়ে হ'ল। চিঠি অন্তৰৰ দাপোণ। মহাত্মাই এখন চিঠি লিখিলে। তাতে সকলো দোষ ব্যক্ত কৰিলে। দেউতাক ৰুগীয়া। শেতেলিত পৰি আছে। পুতেক গান্ধীয়ে চিঠিখন হাতত লৈ দেউতাকৰ ওচৰলৈ আহিল। দেউতাকে চিঠিখন ললে, পঢ়িলে, ভাবিলে। লগেলগে তেওঁৰ দুগালেদি চকুলো বৈ গ'ল। পুতেকে একেথিৰে চাই ৰ'ল। দেউতাকে ক্ষমা কৰিলে। দেউতাকৰ চকুলোই পুতেকৰ অন্তৰ নিকা কৰিলে। সেই দিনাৰে পৰা গান্ধীয়ে কুসঙ্গ এৰিলে। বিপথগামী গান্ধী সুপথগামী গান্ধী হ'ল।

বাল্যজীৱন শেষ হ'ল। স্কুলীয়া জীৱন আৰম্ভ হ'ল। ছাত্ৰ



হিচাপে গান্ধী মজলীয়া। হাতৰ আখৰ বৰ বেয়া। ইয়াক লৈয়ে তেখেতে নিজেই কৈছে—"দক্ষিণ আফ্রিকাত শিক্ষা পোৱা বহুতো ডেকা উকীলৰ সুন্দৰ হাতৰ আখৰ দেখি মোৰ নিজৰ লাজ লাগিছিল আৰু নিজৰ আওহেলাৰ বাবে অনুতপ্ত হৈছিলোঁ। হাতৰ আখৰ বেয়া হলে শিক্ষা সম্পূৰ্ণ হোৱা নাই বুলি ধৰিব লাগে। প্ৰত্যেক মুনিহ আৰু তিৰোতাই মোৰ দৃষ্টান্তৰ পৰা শিকি লওক যে ভাল হাতৰ আখৰ শিক্ষাৰ এটা ডাঙৰ অঙ্গ।" এইখিনি কথা প্ৰত্যেক শিক্ষাৰ্থীয়ে মন কৰিবলগীয়া। কথাখিনি একেবাৰে সত্য।

যথা সময়ত গান্ধীয়ে এণ্ট্ৰেঞ্চ পাছ কৰিলে। তেতিয়া তেওঁৰ ওঠৰ বছৰ বয়স। কিন্তু এটা কথা। গান্ধী তেতিয়া বিবাহিত। নিজৰ ইচ্ছাত নহয়—তেতিয়াৰ বাল্যবিবাহ প্ৰথাৰ হেঁচাত। কস্তুৰীবাঈ তেখেতৰ পত্নী। যেনে গান্ধী, তেনে কস্তুৰীবাঈ। এনে আদৰ্শ পতি-পত্নী জগতত বিৰল। কিন্তু বাল্যবিবাহ বেয়া। মহাত্মাই নিজেও কৈছে—"বৰ বেজাৰেৰে লিখিবলগীয়া হৈছে যে মোৰ তেৰ বছৰ বয়সত বিয়া হয়। এনে বিধৰ বাল্য বিবাহৰ বাবে কোনো নৈতিক যুক্তি মই বিচাৰি নেপাওঁ।" মানুহে ভুল কৰে। ভুলে আকৌ ভুল নকৰিবলৈ শিকায়। পুনৰ ভুল নকৰাটোহে প্ৰকৃত শিক্ষা।

এণ্ট্ৰেঞ্চ পাছ কৰি গান্ধীয়ে কলেজত নাম লিখিলে। ভৱনগৰৰ কলেজত পঢ়া টান পাইছে। কাৰণ তেখেত কলেজৰ পাঠ্যৰ সকলো বিষয়তে বৰ কেঁচা। কিন্তু পৱিত্ৰ আত্মাক

ভগৱানে বাট লগাই দিয়ে। বিচক্ষণ পণ্ডিত মাভজী দাবে গান্ধী পৰিয়ালৰ বন্ধু। কাবা গান্ধীৰ মৃত্যুৰ পিছতো তেখেতে গান্ধী পৰিয়ালক এৰা দিয়া নাছিল। এয়ে আচল বন্ধু। কলেজ বন্ধ হ'ল। গান্ধী ঘৰলৈ আহিল। মাভজী দাবে প্ৰায়ে আহি মাক আৰু ককায়েকক গান্ধীৰ পঢ়া-শুনাৰ বতৰা সোধে। তেখেতে মাক আৰু ককায়েকক কলে—"মই হ'লে এওঁক বিলাতলৈ পঠাবলৈ কওঁ। মোৰ ল'ৰা কেৱলৰামে কয় বোলে বেৰিষ্টাৰী পাছ কৰা অতি সহজ কাম। তেওঁ গান্ধীক কলে —"তুমি ইয়াত পঢ়াতকৈ বিলাতলৈ গৈ পঢ়া কথাটো ভাল নোপোৱা নে?" কথাখিনি সকলোৰে মনত লাগিল। ককায়েকে বিলাতৰ পঢ়াৰ খৰচ যোগালে। পঠাব নে নপঠাব মাকে ঠিক কৰিব নোৱাৰা হ'ল। তেনে হোৱাৰ কাৰণ—বিলাতত বোলে ল'ৰা বেয়া হয়, ফটিকা খায়, মাংস খায়, বেয়া তিৰোতাৰ লগ নেৰে আৰু কত কুকাম কৰে। তেনে কৰে অনেকে। গতিকে মাকৰ চিন্তা—মনত খুটুৱনি। ই স্বাভাৱিক। কিন্তু পুতেকে যদি তেনে নকৰোঁ বুলি অঙ্গীকাৰ কৰে মাকে তেতিয়া যাব দিব পাৰে। পুতেক আহিল। মাকৰ ভৰিত ধৰি কলে—"আই! শুনা। বিলাতত মই ফটিকা নেখাওঁ, মাংস নেখাওঁ, তিৰোতাক বয়স অনুপাতে আই আৰু ভনীৰ চকুৰে চাম।" মাক সন্তুষ্ট হ'ল। পুতেকক বিলাতলৈ যাবলৈ অনুমতি দিলে।

গান্ধী বিলাতলৈ গ'ল। বেৰিষ্টাৰী পঢ়িছে। নগৰ আৰু চহৰ প্ৰলোভনময়। নানা কুপ্ৰলোভনে গান্ধীক আগুৰি ধৰিলে। কিন্তু মাকৰ মুখৰ ছবি আৰু দেউতাকৰ সেই চকুলোই তেখেতক ৰক্ষা কৰিলে। মনৰ বল জীৱনৰ প্ৰধান ঢাল। গান্ধীৰ এই গুণটো আছিল কাৰণেহে তেখেতে প্ৰলোভনোৰো হাত সাৰিল।



বেৰিষ্টাৰী পাছ কৰি তেওঁ ঘৰলৈ আহিল। ওকালতি আৰম্ভ কৰিলে কিন্তু ওকালতিত লাগি থাকিব নোৱাৰিলে। লাজ আৰু ভয়ে বাধা দিলে। কি কৰে এতিয়া? এনেতে দক্ষিণ আফ্ৰিকাৰ পৰা আহ্বান আহিল। নানা ভাৰতীয় লোক তাত থাকে। তেওঁলোকে তাত নানা বেপাৰ-বণিজ কৰে। কিন্তু ইংৰাজৰ হাতত অলেখ নিৰ্য্যাতন ভুগি আছে। "পৰিত্ৰাণ কৰা! পৰিত্ৰাণ কৰা!"—এই অসহায় প্ৰাণীৰ কৰুণ মাতে মহাত্মাক আকৰ্ষণ কৰিলে। মহাত্মা ৰব নোৱাৰিলে। অকলে গল ১৮৯৩ চনৰ এপ্ৰিল মাহত। এই দক্ষিণ আফ্ৰিকাই হ'ল তেখেতৰ জনসেৱাৰ প্ৰথম ঠাই। প্ৰৱাসী ভাৰতবাসীৰ দুখ মোচন কৰিবলৈ তেখেতে দেহেকেহে লাগি গ'ল। তাৰ বাবে তেখেতে কত যে অপমান, কষ্ট আৰু যন্ত্ৰণা নিজে ভোগ কৰিলে তাৰ অন্ত নাই। ইয়াতেই গান্ধীয়ে 'সত্যাগ্ৰহ' আন্দোলন পোন প্ৰথম প্ৰয়োগ কৰিলে। ইংৰাজীৰ "পেছিভ্ ৰেজিছ্টেঞ্চ্"ৰ প্ৰতিশব্দ গান্ধীৰ ভতিজাক মগনলালে ভাবি উলিয়ালে "সৎ" আৰু "আগ্ৰহ"—দুয়োটাক লগ লগাই কৰিলে "সদাগ্ৰহ"। মহাত্মাই তাৰে পৰা "সত্যাগ্ৰহ" শব্দটি নিৰ্ম্মাণ কৰিলে। এয়ে তেখেতৰ পাশুপত অস্ত্ৰ হ'ল।

১৮৯৬ চনৰ জুন মাহত মহাত্মা ছমাহৰ কাৰণে ভাৰতলৈ আহিল। দক্ষিণ আফ্রিকাৰ কাম আধকৰা হৈ আছে। ইতিমধ্যে ভাৰতৰ অৱস্থাও বুজি ললে। এই চনৰ ডিচেম্বৰ মাহৰ প্ৰথম সপ্তাহত গান্ধীয়ে নিজৰ ভাৰ্য্যা, নিজৰ দুটি লৰা হীৰালাল আৰু মণিলাল আৰু আপোন বিধবা বাইদেৱেকৰ একমাত্র ল'ৰাক লগত লৈ জাহাজেৰে আকৌ তালৈ গ'ল। দক্ষিণ আফ্রিকা মহাত্মাৰ ভালকৈয়ে কৰ্ম্মক্ষেত্র হৈ উঠিল। দক্ষিণ আফ্রিকাত ভাৰতীয়ৰ অপমান প্ৰতি পদে পদে। তাত নতুন আইন এখন হ'ল। ই ঘোৰ অন্যায় আইন। এই আইনমতে প্ৰত্যেক ভাৰতীয় বনুৱাই ইংৰাজ চৰকাৰক পচিশ পাউণ্ড কৰ দিব লাগিব। অইন দেশৰ লোক হলে এই কৰৰ পৰা মুক্ত। এই কথা লৈয়ে নানা গোলমাল আৰু আন্দোলন হ'ল। গান্ধী আন্দোলনৰ নেতা হ'ল। কোনো বনুৱাই নাম ৰেজিষ্টাৰি নকৰিলে। তেওঁলোকে এই আইন ভঙ্গ কৰিলে। তেওঁলোকে দলে দলে জেললৈ গ'ল। মহাত্মাকো জেল দিলে। এয়ে তেখেতৰ প্ৰথম জেল। গবৰ্ণমেণ্ট অস্থিৰ হ'ল। জেনেৰেল স্মাটসে ইয়াকে লৈয়ে গান্ধীৰ লগত চুক্তি কৰিলে। কোনো কোনো ভাৰতীয়ৰ এই চুক্তি ভাল নেলাগিল। তেনে এজন মীৰ আলম। তেওঁ পাঠান ডেকা। তাত বেপাৰ কৰে। তেওঁ আগতে গান্ধীভক্ত আছিল। কিন্তু এই বাৰ তেওঁৰ ভাব বেলেগ হ'ল। চুক্তি কৰাৰ কাৰণে গান্ধীৰ ওপৰত মীৰ আলমৰ বৰ খং। তেওঁ ভাবিলে বোলে গান্ধীয়ে নিশ্চয় চৰকাৰৰ টকা



ভেটী খাই এই কামটো কৰিলে। হায়, কি ভুল ধাৰণা! গান্ধীয়ে চুক্তিমতে কাম কৰিবলৈ ওলাল। এনেতে মীৰ আলমে হঠাতে ওলাই গান্ধীৰ মূৰত এডাল ৰামটাঙোনেৰে কোব শোধালে। মূৰ ফাটি হৌ হৌ কৈ তেজ ওলাল। আগ দাঁত দুটা ভাগি গ'ল। অজ্ঞান হৈ মাটিত লুটি খাই পৰি থাকিল। সেই মৰাই ন'হল। মীৰ আলমে তেনে অৱস্থাত পৰি থকা স্বত্বেও গান্ধীক কেইবাটাও গোৰ মাৰিলে। বন্ধু-বান্ধৱসকলে আহি গান্ধীৰ কোনোমতে জীৱন ৰক্ষা কৰিলে। পুলিছে মীৰ আলমক ধৰি নিলে। মহাত্মাই জ্ঞান পোৱাৰ লগে লগে ওচৰৰ মানুহবোৰক সুধিলে—"মীৰ আলম কত? তেওঁ কেনে আছে?" যেতিয়াই তেখেতে জানিলে তেওঁক পুলিছে ধৰি নিছে বুলি তেতিয়াই পুলিচ চাহাবক দেখা কৰি মীৰ আলমক এৰি দিবলৈ অনুৰোধ কৰিলে। সুবিচাৰৰ আগত মৰম আৰু ক্ষমাও আঁতৰি থাকিবলগীয়া হয়। মীৰ আলমৰ তথাপি ছ-মাহ জেল হ'ল। কিন্তু মীৰ আলমৰ প্ৰতি মহাত্মাৰ ভাব কেনে মহান ভাবি চোৱাচোন!

আৰু এদিনৰ ঘটনা। বালাসুন্দৰম মান্দ্রাজী। দক্ষিণ আফ্রিকাত থাকে। তেওঁ 'গিৰমিটীয়া' বনুৱা। দৰমহা আৰু কাম লৈ যি চুক্তি কৰা হয় তাকে 'গিৰমিট' বোলে। ইংৰাজীত হ'ল "এগ্রিমেণ্ট্"। বালাসুন্দৰম এজন গোঁৱাৰ বনুৱা। কিবা কাৰণে গোঁৱাজনে তেওঁক বৰ মাৰিলে। মাৰত গাৰ কাপোৰ ফালিল, আগ দাঁত দুটা ভাগিল, মুখেৰে তেজ ওলাল,

শৰীৰ থৰক বৰক হ'ল। তেওঁ তেনে অৱস্থাৰে গান্ধীৰ আগত কোনোমতে ওলাল। গান্ধীয়ে বিপদে-আপদে নিজৰ আৰু আন দেশৰ মানুহক বৰ সহায় কৰে। দক্ষিণ আফ্রিকাত গোঁৰা আৰু ইংৰাজ কৰ্ম্মচাৰীৰ আগত 'ক'লা চাম্‌ৰা'ৰ মানুহে মূৰত টুপী বা পাগুৰি সোলোকাই থব লাগে। বিশেষকৈ গিৰমিটিয়া বনুৱাই তেনে নকৰাকৈ সাৰিব নোৱাৰে। বালাসুন্দৰমে পাগুৰি খুলি মহাত্মাৰ সমুখত থিয় হ'ল। তেখেতে তেওঁক আদৰ কৰি বহিবলৈ দিলে। তেওঁক পাগুৰিটো পিন্ধিবলৈ কলে। এনে সুন্দৰ ব্যৱহাৰত তেওঁ মুগ্ধ হ'ল। গৰাকীয়ে মৰাৰ কথা তেওঁ মহাত্মাক কলে। তেখেতে বৰ দুখ পালে। বালাসুন্দৰমক ততালিকে চিকিৎসাৰ কাৰণে ডাক্তৰৰ ওচৰলৈ পঠাই দিলে। গান্ধী নিজে গৈ গোৰাজনক দেখা কৰি বালাসুন্দৰমক চুক্তিৰ পৰা মোকলালে। তেওঁক আন এজন ভাল গৰাকী ঠিক কৰি দিলে। বালাসুন্দৰমৰ কষ্ট গুচিল। গান্ধীয়ে আগৰ গৰাকী-জনক একো শাস্তিকে নিদিয়ালে। কি অপূৰ্ব্ব ক্ষমা! এনেবোৰ কাৰণেই গান্ধী এই যুগৰ মহাত্মা। গান্ধীক পোনপ্ৰথমে "মহাত্মা" বুলিলে কোনে? ই এটা বিশেষ জানিবলগীয়া কথা। মানৱে মানৱক চিনে। দেৱতাই দেৱতাক জানে। পৱিত্ৰ আত্মাই পৱিত্ৰ আত্মাক বুজে। বিশ্ববিখ্যাত কৱিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে গান্ধীক চিনিলে, জানিলে আৰু বুজিলে। ১৯১৪ চনৰ ওঠৰ ফেব্ৰুৱাৰীত কৱিশ্ৰেষ্ঠ ৰবীন্দ্ৰনাথে নৰশ্ৰেষ্ঠ গান্ধীলৈ "মহাত্মা" বুলি সম্বোধন কৰি এখনি পত্ৰ লিখিলে। কৱি-গুৰুৰ



এই মহান সম্বোধনেই বিশ্ব-ব্যাপি জনজাত হৈ হিয়া আকৰ্ষণ কৰিলে।

দক্ষিণ আফ্রিকাত কাম শেষ হ'ল। ইংৰাজে নিজৰ ভুলবোৰ বুজিলে। মহাত্মাৰ কাৰণেই চৰকাৰে ভাৰতীয়সকলৰ ওপৰত কৰা কঠোৰ আইন আৰু নিৰ্ম্মম ব্যৱহাৰ গুচাবলৈ বাধ্য হল। এই দৰে মহাত্মাৰ যত্নতে দক্ষিণ আফ্রিকাত ন্যায় আৰু শান্তি স্থাপন হ'ল।

পৰিত্ৰাণ কৰোঁতাৰ জিৰণি নাই। তেনে লোকৰ কামৰো অন্ত নাই। কামৰ তৰঙ্গই তেওঁৰ আনন্দ। মহাত্মাৰো সেয়ে হল। ১৯১৫ চন। ভাৰতৰ লোকৰ বিননি তেখেতৰ প্ৰাণত লাগিল। তেখেত আহিল। ভাৰতবাসীয়ে তেখেতলৈ বৈ আছে আৰু কিমানদিন দাসত্বৰ শিকলিত কষ্ট খাই থাকিব! যথেষ্ট দিন থাকিল। মহাত্মাক পাই সকলো তেখেতৰ শৰণাগত হ'ল।

আহমদাবাদৰ ওচৰত সবৰমতী নৈ, আঁতৰত মৰিশালি, নৈৰ পাৰতে আশ্ৰম। ইয়াৰ নাম "সত্যাগ্ৰহ আশ্ৰম।" তাতে মহাত্মা, পত্নী কস্তুৰীবাঈ, পুতেক হীৰালাল, মণিলাল, দেৱদাস, ৰামদাস আৰু দক্ষিণ আফ্রিকাৰ যিখিন আশ্ৰমবাসী সকলো থাকিল। ইংৰাজ কুমাৰী মীৰা বেন মহাত্মাৰ সৰলতা, আদৰ্শ আৰু গুণত মোহিত হৈ মাক-বাপেকক ইংলণ্ডতে এৰি থৈ ভাৰতলৈ আহি এই আশ্ৰমতে থাকিল। গোটেই আশ্ৰম এটা ডাঙৰ পৰিয়ালত পৰিণত হল। এই পৰিয়ালৰ পিতৃস্বৰূপ হ'ল মহাত্মা।

আশ্ৰমবাসীয়ে মহাত্মাক "বাপু" বুলি মাতে। গুৰুবাটীত পিতা বা দেউতাকক "বাপু" বোলে।

আশ্ৰমৰ নিয়মবোৰ অতি সুন্দৰ। পুৱা চাৰি বজাতে সকলোৱে উঠে। উঠি প্ৰাৰ্থনা আৰম্ভ কৰে। প্ৰথমে ভজন গায়। তাৰ পিছত গীতা, কোৰাণ আৰু বাইবেল পাঠ কৰে। শেষত মহাত্মাই নানা বিষয়ে কয়। মহাত্মাই যি কয় তাতে ধৰ্ম্ম, ৰাজনীতি, সমাজ-নীতি, স্বাস্থ্য, সত্য, অহিংসা, অভয় আৰু প্ৰেমৰ অনুপম বাণী ওলাই শ্ৰোতাৰ অন্তৰ মোহিত কৰে। আশ্ৰমবাসী চকৰিত ঘূৰি থাকে। সদায় ভাত-ৰন্ধাৰ পৰা পায়খানা পৰিষ্কাৰ কৰালৈকে তেওঁলোকে কৰে। নিতৌ যঁতৰত সূঁতা কাটে। তেওঁলোকৰ জাতিভেদ নাই। বামুণ-শূদ্ৰিৰ এক। ৰান্ধনি-ঘৰ একেটা। খায় একেলগে। খোৱা অতি সাধাৰণ। কোনো মচলা তচলা নাই। থকামিলাত কোনো আৰাম নাই। চাৰিওফাল পৰিষ্কাৰ পৰিচ্ছন্ন। কতো জাবৰ-জোঠৰ নাই। টুকুৰা কাগজ পৰ্য্যন্ত পৰি নেথাকে। আশ্ৰমৰ ভিতৰতে স্কুল, ফুলৰ বাগিছা, শাকপাচলিৰ বাৰী, তাঁতশাল, চামৰাৰ কাৰখানা আৰু গোহালি। কি মনোৰম! কি সুন্দৰ!

সবৰমতী আশ্ৰম ত্যাগ কৰাৰ পিছত ৱাৰ্দ্ধাৰ পৰা পাঁচ মাইল আঁতৰত থকা এখন সৰু গাঁওত মহাত্মাই থকা কৰিলে। প্ৰথমতে ই হৰিজন বস্তি আছিল। এই গাঁওঁ "সেৱাগ্ৰাম" নামে বিখ্যাত। মহাত্মাই এই ঠাইতে বাকী ছোৱা কাল কটাইছিল। ইও আশ্ৰমৰ দৰে হৈ উঠি ছিল। "সেৱাগ্ৰাম" মানৱজাতিৰ তীৰ্থস্থানত পৰিণত হল। নিজ দেশ আৰু বিদেশৰ কিমান লোকে যে মহাত্মাৰ দৰ্শন লাভ কৰিবলৈ আহে! মহাত্মাৰ কি আকৰ্ষণী শক্তি!



এইখিনিতে এটা কথা উল্লেখ নকৰি নোৱাৰি। ত্ৰেতা যুগৰ শ্ৰীশ্ৰীৰামচন্দ্ৰৰ হনুমান, সুগ্ৰীব আৰু অঙ্গদ অতি প্ৰিয় আছিল। এই যুগৰ মহাত্মাৰো তিনিটা বান্দৰ বৰ প্ৰিয় আছিল। ৰামৰ বান্দৰ জীয়া। মহাত্মাৰ বান্দৰ বগা পাথৰৰ পুতলা। ৰামৰ বান্দৰে ৰাৱণৰ লগত যুদ্ধ কৰিছিল। মহাত্মাৰ বান্দৰে অজ্ঞানতাৰ লগত যুদ্ধ কৰে। ৰামৰ বান্দৰ বনবাসত নিজৰ লগতে আছিল। মহাত্মাৰ বান্দৰ আশ্ৰমৰ নিজৰ কুটীৰৰ সমুখৰ মেজত বহি আছিল। বান্দৰকেইটা মন কৰিবলগীয়া। তাৰে এটাই দুয়োখন হাতেৰে নিজৰ চকু ঢাকি ৰাখিছে। অৰ্থাৎ—"বেয়ালৈ নেচাবা।" আৰু এটাই দুয়োখন হাতেৰে নিজৰ মুখখন টিপা মাৰি ধৰি আছে অৰ্থাৎ—"বেয়া কথা নকবা।" সিটোৱে দুয়োখন হাতেৰে নিজৰ কাণত হেচা মাৰি আছে অৰ্থাৎ—"বেয়া কথা নুশুনিবা।" তিনিওটাৰে কি মহৎ শিক্ষা!

তাৰ উপৰি আশ্ৰমৰ শিক্ষা কি? তাৰ শিক্ষা হ'ল সত্য, অহিংসা, অভয়, প্ৰেম, ক্ষমা, সহিষ্ণুতা, সংযম আৰু ত্যাগ। যঁতৰ আশ্ৰমৰ প্ৰাণ। যঁতৰ কৰ্ম্মৰ সুৰ। যঁতৰ আৰু খাদৰ এয়ে মূলমন্ত্ৰ আশ্ৰমৰ। সঁচাকৈয়ে মহাত্মাৰ আশ্ৰম প্ৰাচীন পৱিত্ৰ ভাৰতৰ নিখুঁত দাপোণ।

১৯১৯ চন। ভাৰতৰ অতি বেয়া দিন। ইংৰাজৰ কঠোৰ শাসন। ৰাওলাট আইন জাৰি হ'ল। ভাৰতবাসী জ্বলাকলা হ'ল। ভাৰতৰ মুক্তিৰ কাৰণে যেয়ে লাগিব তেওঁৰে নহল ৰক্ষা। ৰাওলাট আইনৰ এয়ে হাড়ভগা নিয়ম। দেশজুৰি ঘোৰ প্ৰতিবাদ হ'ল। নানান আন্দোলন হ'ল। চাৰিওফালে সভা সমিতি হ'ল। তেৰ্ষ এপ্ৰিল, ১৯১৯ চন। সেই দিনা অমৃতচৰৰ জালিৱানাবাগ নামেৰে এখন বাগিছাত উৎসৱ এটাৰ কাৰণে প্ৰায় দুহেজাৰমান মানুহ গোট খালে। লৰা-ছোৱালীবিলাকো আহিল। বাগিছাৰ চাৰিওফালে ওখ দেৱাল। অহা-যোৱাৰ বাবে ঠেক বাট এটা মাত্ৰ। কাষতে গোৰা পল্টন। ডায়াৰ সিহঁতৰ জেনেৰেল। তেওঁ ভাবিলে বোলে মানুহবিলাকে বিদ্ৰোহ কৰিবলৈ আহিছে। ডায়াৰৰ আৰু ধৈৰ্য্য নহ'ল। ক্ৰোধত চকু ৰঙা পৰিল। খঙে চুলিৰ আগ পালে। সোধ-পোছ নাই। পল্টনবোৰক হুকুম দিলে—"গুলী চলা।" যেনে হুকুম তেনে কাম। মেছিন-গান চলালে। শিলা বৃষ্টিৰ দৰে কেৱল গুলীবৰ্ষণ। কিমান যে মানুহ মৰিল! ১৬০০ তেতিয়াই মৰিল। জীয়াই থকাবিলাকৰ কি যে আলৈ-বিলৈ হ'ল! এনে নিষ্ঠুৰ নৰহত্যাই চাৰিওফালে তোলপাৰ লগালে। মহাত্মাই আৰু বাট চাবলৈ নোৱাৰিলে। ভাৰত-বাসীয়ে আৰু ৰবলৈ নোৱাৰিলে। অন্যায়ৰ বিৰুদ্ধে সকলো থিয় হ'ল। স্বাধীনতা যুজৰ কাৰণে ককালত টঙালি বান্ধি ওলাল। অহিংস-যুদ্ধ আৰম্ভ হ'ল।



১৯২০ চন। ভাৰতব্যাপি অসহযোগ আন্দোলন। প্ৰধান সেনাপতি মহাত্মা। সেনা ভাৰতবাসী। অস্ত্ৰ অহিংসা। ঢাল সহিষ্ণুতা। ধৰ্ম্ম হ'ল প্ৰেম। চক্ৰ হ'ল যঁতৰ। শেল হ'ল উপবাস। দুৰ্গ হ'ল কাৰাগাৰ। ৰণক্ষেত্ৰ হ'ল ভাৰতভূমি। লালা ৰাজপৎ ৰায়, ডাঃ আঞ্চাৰি, মতিলাল, জৱহৰলাল, মালব্য, ৰাজেন্দ্ৰপ্ৰসাদ, কৃপালনি, চিত্তৰঞ্জন, সুভাষ, ৰাজাগোপালাচাৰী, মহম্মদ আলি, চৌকথ আলি, আবুল কালাম আজাদ, বল্লভভাই পেটেল, সৰোজিনী, কস্তুৰীবাই, তৰুণ ফুকন, নবীন বৰদলৈ আৰু কিমানে সৰ্ব্বস্ব ত্যাগ কৰি এই যুঁজত নামিল। মহাত্মাৰ পৰা আৰম্ভ কৰি দলে দলে সকলো জেললৈ গ'ল। বৃটিছ-সিংহ স্তব্ধ হ'ল। চৰকাৰ পঙ্গু হ'ল। ইংৰাজ বুদ্ধিহত হ'ল। শেষত হাৰ মানিলে। একুৰি সাত বছৰ ধৰি এই যুঁজ চলিল। ইংৰাজৰ অন্যায় শাসনৰ ওৰ পৰি আহিল অন্তত সন্ধিৰ দিন ওচৰ চাপিল। পোন্ধৰ আগষ্ট, ১৯৪৭ চন। মহাত্মাৰ "ভাৰত-ত্যাগ" সতৰ্ক বাণীয়ে ইংৰাজক টলালে। ইংৰাজ গ'ল। তেওঁলোকৰ চাউল উঠিল। ভাৰত স্বাধীন হ'ল। কিন্তু হায়! ভাৰত দুখণ্ড হ'ল—হিন্দুস্থান আৰু পাকিস্তান। দুই খণ্ডতে প্ৰলয় হ'ল। নিজৰ নিজৰ ধৰ্ম্ম-বাণী পাহৰি গ'ল। মানৱতা নোহোৱা হ'ল। পাশৱিকতা আৰম্ভ হ'ল। কিমান হিন্দু মুছলমান মৰিল! কিমান গাঁও ধ্বংস হ'ল! কিমান নগৰ ছাৰখাৰ হ'ল! আগৰ ভাৰত নৰকত পৰিণত হ'ল। মহাত্মাৰ প্ৰাণে কান্দিলে। উনাশী বছৰীয়া বুঢ়াই অহিংসা, প্ৰেম আৰু ক্ষমাৰ মন্ত্ৰেৰে বাহিৰ -

ওলাল। হিন্দু মুছলমানৰ বিদ্বেষৰ জুই নুমাবলৈ গাঁৱে গাঁৱে নগৰে নগৰে, ঘৰে ঘৰে হাতত শান্তিৰ লাখুটি লৈ খোজকাঢ়ি কাঢ়ি শান্তিৰ বাণী কৈ কৈ যাবলৈ ধৰিলে। বিদ্বেষৰ জুই ক্ৰমাৎ নুমাই আহিল। ভাৰতৰ ইমুৰৰ পৰা সিমূৰলৈ প্ৰাৰ্থনা-সভা পাতি ভাৰতবাসীসকলক মধুৰ ভজনেৰে মহাত্মাই ভুল খণ্ডন কৰিবলৈ ধৰিলে এইদৰে ঃ—"ঈশ্বৰ আল্লা তেৰে নাম।

সবকো সদমতি দে ভগৱান॥"

কিন্তু হায়, হিয়া ফাটি যায়! ১৮৬৯ চনৰ দুই অক্টোবৰত ভাৰতত আৱিৰ্ভাব হোৱা সত্যৰ উপাসক, প্ৰেমৰ মূৰ্ত্তি, অহিংসাৰ প্ৰতীক, মানৱৰ মহামানৱ, জাতিৰ পথপ্ৰদৰ্শক, শান্তি-পথৰ পথিক, 'হৰিজনক' উদ্ধাৰ-কৰোঁতা, দীন-দৰিদ্ৰৰ বন্ধু, ভাৰতৰ মুক্তিদাতা, নোৱাখালিৰ তীৰ্থযাত্ৰী, চাৰ্চিলৰ 'নঙঠা ফকিৰ,' অন্যায়ৰ চিৰ শত্ৰু, "মোৰ জীৱনেই মোৰ বাণী" কওঁতা, ধৰ্ম্মবীৰ, কৰ্ম্মবীৰ, মহাজ্ঞানী, মহাত্যাগী, সৰ্ব্বগুণী মহাত্মা গান্ধীক এদিন আবেলি দিল্লী নগৰীৰ বিৰলা ভৱনৰ প্ৰাৰ্থনাসভাৰ পথাৰত নিজৰ দেশকে বিষাক্ত ভাবেৰে কলুষিত হোৱা নিৰ্দ্দয় নাথুৰামে নিষ্ঠুৰভাবে গুলী কৰি হত্যা কৰিলে। গুলী খাই ঢলি পৰা চিৰকাললৈ মেলানি লোৱা মহাত্মাৰ পৱিত্ৰ মুখৰ পৰা ধীৰে ধীৰে ওলোৱা "হে ৰাম! হে ৰাম!" -অমৰ শব্দ কেইটি যুগ যুগান্তৰলৈ আকাশত জোন-বেলি থাকে মানে মানৱ-জাতিৰ কাৰণে শেষ শান্তি-বাণী বিশ্ব-জগতত প্ৰতিধ্বনিত হৈ ৰ'ল। সেই দিনা আছিল ১৯৪৮ চনৰ ত্ৰিশ জানুৱাৰি।

---

# ক্ৰিষ্টফাৰ্ কলম্বাছ



কলম্বাছে আমেৰিকা আৱিষ্কাৰ কৰিছিল। লিখা-পঢ়াৰ জগত সম্পৰ্ক থকা আমি সকলোৱে এই বাক্যটো শুনি আহিছোহঁক। আজি প্ৰায় চাৰে চাৰি শ বছৰ আগেয়ে ক্ৰিষ্টফেৰো

কলম্বো নামেৰে ইতালিৰ এজন নাৱিকে স্পেন দেশৰ ৰজা-ৰাণীৰ সহায়ত ভাৰতবৰ্ষলৈ নতুন পানীৰ বাটেদি আহিবলৈ বিচাৰিছিল। অকূল সাগৰত সেই উদ্দেশ্যে পাৰি দি তেওঁ ভাৰতবৰ্ষ পোৱা নাছিল—পাইছিল আমেৰিকা মহাদেশ। তেতিয়াই ১৪৯২ খৃষ্টাব্দত তেওঁ আমেৰিকা আৱিষ্কাৰ কৰিছিল। মুঠতে ইমানখিনিকে আমি তেওঁৰ বিষয়ে জানো নহয় নে? সেই কলম্বোৱে আমাৰ লগত কলম্বাছ নামেৰে চিনাকি। নতুন নতুন দেশ আৱিষ্কাৰ কৰি যিসকলে পৃথিবীৰ বুৰঞ্জীত নিজৰ নাম যুগমীয়া কৰি থৈ গৈছে সেইসকলৰ ভিতৰত কলম্বাছ অতিকৈ বিখ্যাত।

য়ুৰোপৰ ইতালি দেশ। সেই ইতালিৰ জেনোৱা নামেৰে সাগৰৰ পাৰত থকা এটা বিখ্যাত বন্দৰ। সেই জেনোৱা চহৰতে এঘৰ দুখীয়া তাঁতী মানুহ আছিল। সেই তাঁতীৰ ঘৰতে আজি প্ৰায় পাঁচ শ বছৰৰ আগতে কোনো এক অজানিত বিখ্যাত দিনৰ শুভ মুহূৰ্ত্তত কলম্বাছে জন্মগ্ৰহণ কৰিছিল। তেওঁৰ আৰু এটি ভায়েক আৰু এজনী ভনীয়েক আছিল। এই তিনি জন ভাই-ভনীৰ নাম হৈছে—ক্ৰিষ্টফাছ কলম্বাছ, বাৰ্থোলমিউ আৰু দিয়িগো। তাঁতীৰ ঘৰৰ লৰা তাঁতী হোৱাটোৱেই সাধাৰণ নিয়ম। সেই কালত আজিকালিৰ নিচিনা লিখাপঢ়াৰ বহল প্ৰচলনো নাছিল। তথাপি পিতাকে কলম্বাছক অলপ-অচৰপ লিখাপঢ়া শিকক বুলি এখন পঢ়াশালিত নাম লগাই দিলে। তেওঁ সেই পঢ়াশালিত অঙ্ক, লেটিন ভাষা আৰু জ্যোতিৰ্ব্বিদ্যা



পঢ়িছিল। কোমল বয়সীয়া লৰা হলেও তেওঁ অতি সোণকালে লেটিন ভাষাত ভাল জ্ঞান লাভ কৰিব পৰা হল। তেওঁ মানচিত্ৰ আৰু ছবি-অঁকাতো বিশেষ খিয়াতি আৰ্জ্জিলে।

ওপৰতে কৈ আহিছোঁ কলম্বাছৰ জন্ম হৈছিল সাগৰৰ পাৰৰ দেশত। সেই কাৰণে সৰুৰে পৰাই নীল সাগৰৰ বুকুত অনাই-বনাই ঘূৰি ফুৰিবলৈ তেওঁৰ মন ব্যাকুল হৈ উঠিছিল। তেওঁ ভাবিছিল—"নাৱিকৰ বেশেৰে সোণালী আশেৰে

আকাশৰ তৰাটি চাই
পাৰি দিম মই নীল সাগৰত
বিজয় সঙ্গীত গাই।
জলকুঁৱৰীৰে পাতালপুৰীত
নিতউ ফুৰিম ঘূৰি
মুকুতা বিচাৰি শঙ্খধ্বনি কৰি
মৰণেৰে ৰণ কৰি।"

জেনোৱা বন্দৰত চপা দেশ-বিদেশৰ নানা তৰহৰ জাহাজ তেওঁ দেখা পাইছিল। সেই জাহাজত অহাযোৱা কৰা নাৱিক-বিলাকৰ লগত তেওঁৰ কথা-বতৰা হৈছিল। সেই নাৱিক-বিলাকৰ মুখৰ পৰা তেওঁ দেশ-বিদেশৰ বিবিধ কাহিনী আৰু সাধু শুনিছিল। সেইবোৰ শুনি শুনি কলম্বাছৰ মন আনন্দত নাচি উঠিছিল। তেৱেঁ তেনেকুৱা এজন নাৱিক হৈ দেশে-বিদেশে আৰু সাগৰে সাগৰে ভ্ৰমি ফুৰিবলৈ নিজৰ মনতে দৃঢ় সঙ্কল্প কৰি লৈছিল। কথাতে কয় বোলে য'তে ইচ্ছা

ত'তে বাট। কলম্বাছেও নিজৰ বাবে ভৱিষ্যতৰ কাৰণে বাট উলিয়াবলৈ লৰাকালৰে পৰা নিজকেই উপযুক্ত কৰি তুলিবলৈ চেষ্টা কৰিছিল। ভাল নাৱিক হবলৈ হলে ভূগোল আৰু জ্যোতিৰ্বিদ্যা জনা নিতান্ত আৱশ্যক কিয়নো সেই সময়ত আজিকালিৰ নিচিনা মানচিত্ৰ, ছবি বা দিক্ নিৰ্ণয় কৰা কোনো যন্ত্ৰপাতিৰ সুবিধা নাছিল। নাৱিকবিলাকে আকাশৰ তৰা-নক্ষত্ৰৰ গতিবিধি চাই ইপাৰ সিপাৰ নেদেখা সাগৰৰ মাজত দিক্ নিৰ্ণয় কৰি জাহাজ চলাব লাগিছিল। আমি যি সময়ৰ কথা কৈছোঁ সেই সময়ত পৃথিবীৰ বিষয়ে য়ুৰোপৰ মানুহৰ জ্ঞান বৰ কম আছিল। আমেৰিকা, অষ্ট্ৰেলিয়া বা দক্ষিণ আফ্ৰিকা নামেৰে যে দেশ আছে সেই কথাও তেওঁলোকে গম নেপাইছিল অৰ্থাৎ বৰ্ত্তমান পৃথিবীৰ প্ৰায়েই আধা ভাগৰ কথা তেওঁলোকে একোকে নেজানিছিল। সেই সময়ত য়ুৰোপীয় মানুহৰ আৰু এটা ধাৰণা আছিল যে তেওঁলোকৰ পৰা অতি নিলগত থকা দেশ হৈছে এছিয়া। সেই এছিয়া মহাদেশৰ মাজভাগত আৰু পূবফালে থকা দেশবোৰৰ কথা তেওঁলোকে মাৰ্কপলৰ ভ্ৰমণ-কাহিনীত সাধুৰ নিচিনাকৈহে পঢ়িবলৈ পাইছিল। তেতিয়া-লৈকে আট্‌লাণ্টিক মহাসাগৰ পাৰ হৈ কোনো মানুহ যোৱা নাছিল।

আট্‌লাণ্টিকৰ সিপাৰেনো কি আছে সেই বিষয়ে জানিবলৈ আৰু তাক নিজ চকুৰে চাবৰ কাৰণে কলম্বাছৰ প্ৰবল ইচ্ছা জন্মিছিল। বয়সত অলপ বুজন হোৱাত উত্তৰ আফ্ৰিকালৈ



অহাযোৱা কৰা সদাগৰী জাহাজৰ নাৱিকৰ কামত ভৰ্ত্তি হৈ আৰু দুই এখন সৰুসুৰা নৌ যুদ্ধত অংশ গ্ৰহণ কৰি তেওঁ নাৱিক-জীৱনৰ বহুখিনি লাগতিয়াল অভিজ্ঞতা গোটাই লৈছিল। জাহাজত থকা কালত তেওঁ পৰিপাটিকৈ মানচিত্ৰ তৈয়াৰ কৰিবলৈ শিকি লৈছিল। সেই মানচিত্ৰবোৰ কেৱল তেওঁ জীৱিকা উপাৰ্জ্জন কৰিবলৈকে অঁকা নাছিল। মানচিত্ৰ-বোৰ আঁকোতে আঁকোতে তেওঁৰ মনত দৃঢ় ধাৰণা জন্মিছিল বোলে আট্‌লাণ্টিক মহাসাগৰেদি পশ্চিমমুখীয়া হৈ গৈ থাকিলে নিশ্চয় এছিয়া মহাদেশ বা ভাৰতবৰ্ষ পোৱা যাব। যি কোনো উপায়েয়ে এই বিৰাট মহাসাগৰ পাৰ হৈ এছিয়াৰ মাটিত ভৰি দিবৰ কাৰণে তেওঁ মন মেলিছিল। কলম্বাছে তেওঁ অঁকা মানচিত্ৰবোৰ দেখুৱাই তেওঁৰ মনৰ কথা যাৰে তাৰে আগত কৈছিল। সকলোৱে তেওঁৰ সেই কথা শুনি আৰু মানচিত্ৰবোৰ দেখি অৱজ্ঞাৰ ভাৱহে দেখুৱাইছিল। কলম্বাছৰ নতুন দেশ আৱিষ্কাৰৰ সপোন তেওঁৰ কালৰ মানুহে বলিয়ালি বুলিহে ভাবি লৈছিল। সকলোৱে তেওঁক উপলুঙা কৰিছিল। কিন্তু কলম্বাছে হলে নিজৰ দৃঢ় সঙ্কল্পত অচল অটল হৈ থাকিল। মানুহৰ বিদ্ৰূপ মস্কৰা আদিয়ে তেওঁৰ মনৰ গতি সলনি কৰিব নোৱাৰিলে বৰং বেছি দৃঢ় কৰিহে তুলিলে। তেওঁ ভাবিলে—'অৰ্পিম জীৱন কিম্বা গুচাম পিয়াহ'।

কিন্তু ধনেইহে ধৰ্ম্মৰ মূল। ধন নহলে কোনো ডাঙৰ কামকে হাতত লব নোৱাৰি। কলম্বাছকো সাগৰত অভিযান

চলাবলৈ যথেষ্ট ধন-বিতৰ আৱশ্যক হল। হাতত নাই বিত, মনে কৰে পিত্ পিত্। টকা-শিকা নহলে জাহাজ, ভাল ভাল নাৱিক আৰু খোৱাবস্তুৰ দিহা কেনেকৈ হয়? এজন দুখীয়া তাঁতীৰ ঘৰৰ লৰা কলম্বাছে এতিয়া লাগ বুলিলেই ধনৰ ভঁড়াল এটা পায় কত? তেওঁ যাৰে আগত এই বিষয়ে উন্নুকিয়াইছিল তেৱেঁই মুখ ঘূৰাইছিল। সহায়-সহানুভূতি দেখুৱা দূৰৰ কথা বৰং তেওঁলোকে কলম্বাছক পগলা বুলিহে ভাবিছিল। তেওঁ-লোকে ভাবিছিল পাগলে নবকে কি, ছাগলে নাখায় কি।

নিজৰ জন্মভূমিত কোনো সহায়-সাৰথি, উছাহ-উদগনি নেপাই কলম্বাছ পৰ্তুগাল দেশলৈ গল। সেই সময়ত নৌবিদ্যা চৰ্চ্চাৰ কেন্দ্ৰ হিচাপে য়ুৰোপত পৰ্তুগালৰ বৰ নাম আছিল। পৰ্তুগালৰ যুৱৰাজ কোঁৱৰ হেন্ৰিয়ে নৌবিদ্যাৰ পৃষ্ঠপোষকতা কৰিছিল। তেওঁ নিজা ধনেৰে নৌ-বিদ্যালয় পাতি দিছিল। এইবোৰ কাৰণত পোন্ধৰ শ শতিকাত পৰ্তুগিজবিলাকে য়ুৰোপৰ আন আন নাৱিকবিলাকক চেৰ পেলাই নতুন নতুন দেশ আৱিষ্কাৰত লাগি গৈছিল। কলম্বাছে ভাবিছিল— পৰ্তুগালতে তেওঁৰ মনৰ উদ্দেশ্য সিদ্ধি হব।

পৰ্তুগাললৈ আহি তেওঁ লিছ্‌বন্ চহৰত থাকিবলৈ ললে। লিছ্‌বনেৰে এটি ধনী ভদ্ৰ পৰিয়ালৰ এগাৰাকী গাভৰুক তেওঁ বিয়া কৰালে। তেওঁৰ শহুৰেক যুৱৰাজ হেন্‌ৰিৰ এজন নৌ কেপ্টেন আছিল। তেওঁৰ ঘৰত বহুতো মানচিত্ৰ আৰু 'চাৰ্ট' আছিল। কলম্বাছে ভালপোৱা বস্তুকেই পালে। অতি মনোযোগেৰে



তেওঁ সেইবোৰ আয়ত্ব কৰি ললে। এই কালছোৱাত ভালেমান নাৱিক আৰু জনাশুনা পণ্ডিত মানুহৰ লগত দেখা-শুনা কৰি কথা-বতৰা হবলৈ তেওঁ সুবিধা পাইছিল। তেওঁ-লোকৰ লগত তেওঁ পৃথিবী সম্পৰ্কে নানা বিধৰ আলোচনা চলাইছিল। দুখৰ বিষয় কোনেও তেওঁৰ কথাত বিশেষ গুৰুত্ব আৰোপ কৰা নাছিল। সেই সময়ত মানুহৰ ভূগোল সম্পৰ্কে জ্ঞান নিচেই ঠেক আছিল। কলম্বাছৰ কথামতে কোনেও সেই ঠেক সীমাৰ বাহিৰত জানিবলগীয়া কথা আছে বুলি নেভাবিছিল। কিন্তু তেওঁৰ কথাত হয়ভৰ দিয়া মানুহৰ ভিতৰত এজন বিখ্যাত বৈজ্ঞানিক আছিল। তেওঁৰ নাম টচানেলী। এই পণ্ডিতজনৰো বিশ্বাস আছিল যে আট্‌লান্টিক মহাসাগৰৰ পশ্চিমমুৱা হৈ গৈ থাকিলে হয় কেথে (চীন দেশ), নহয় ভাৰতবৰ্ষ পোৱা যাব পাৰে।

বহুতো ভাবিচিন্তি চাই কলম্বাছে থিক কৰিলে যোলে তেওঁ তেওঁৰ উদ্দেশ্য কাৰ্য্যত পৰিণত কৰিবলৈ হলে ৰজাঘৰৰ সহায় লব লাগিব। সেই উদ্দেশ্যে তেওঁ প্ৰথমতে পৰ্তুগালৰ ৰজা দ্বিতীয় জনৰ ওচৰ চাপি সাহায্য প্ৰাৰ্থনা কৰিলে। ৰজাই ডা-ডাঙৰীয়াসকলৰ লগত পৰামৰ্শ কৰি তেওঁৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰিলে। কলম্বাছে মনত বৰ বেজাৰ পালে। তেওঁ একে উদ্দেশ্যৰে য়ুৰোপৰ ভিন ভিন ৰজাৰ দুৱাৰে দুৱাৰে যাবলৈ ঠিক কৰিলে। ইংলণ্ডৰ ৰজা সপ্তম হেন্‌ৰিৰ ওচৰলৈকো তেওঁ সাহায্যৰ আৱেদন পঠাইছিল। তাতো তেওঁ বিমুখ

হল। সদৌ শেষত তেওঁ স্পেন দেশলৈকে যোৱাটো ঠিক কৰিলে। এইদৰে অনাইবনাই ঘূৰি ফুৰোঁতে তেওঁ সৰ্ব্বস্বান্ত হল। দিয়োগো নামেৰে লৰা এটি পৃথিবীত থৈ তেওঁৰ ঘৈণীয়েকেও পৃথিবীৰ পৰা বিদায় মাগিলে। কলম্বাছে মাউৰা পুতেক দিয়োগোৰ হাতত ধৰি স্পেন্ দেশত ওলালগৈ। সেই সময়ত স্পেনৰ সিংহাসনত আছিল ৰজা ফাৰ্দিনেণ্ড্ আৰু ৰাণী ইছাবেলা। এওঁলোকৰ ৰাজত্বত স্পেনৰ জয়জয় ময়ময় অৱস্থা—বিশেষকৈ দয়াৱতী আৰু গুণৱতী বুলি ৰাণী ইছাবেলাৰ নাম য়ুৰোপত ৰাষ্ট্ৰ হৈ গৈছিল। কলম্বাছে এইজনা ৰাণীৰ কাষলৈকে গৈ তেওঁৰ মনৰ উদ্দেশ্য বিবৰি কলে। কওঁতে কওঁতে কলম্বাছৰ চকুৰ আগত এখন নতুন দেশ জিলিকি উঠিল। সেই নতুন দেশৰ ছবিয়ে তেওঁক তেতিয়া অধীৰ কৰি তুলিছিল। তেওঁ ইয়াকো কলে বোলে নতুন দেশ আৱিষ্কাৰ হলে তেওঁকে সেই দেশৰ ৰাজপ্ৰতিনিধি পাতিব লাগিব। তাৰোপৰি আট্লানটিক মহাসাগৰৰ নৌ-অধ্যক্ষৰ পদো তেওঁক দিব লাগিব আৰু নতুন দেশৰ পুৰস্কাৰৰ ভাগো তেওঁ পাব লাগিব। ৰাণীয়ে কলম্বাছৰ কথা মনোযোগ দি শুনিলে। কিন্তু পুৰস্কাৰৰ তালিকাৰ কথা শুনি একো সমিধান নিদিয়াকৈয়ে তেওঁক বিদায় দিলে। ইতিমধ্যে স্পেন দেশ এখন যুদ্ধত লিপ্ত হবলগীয়া হল। কলম্বাছৰ প্ৰস্তাৱ একেবাৰে তল পৰিল। তেওঁ ৰাণীৰ পৰা কোনো উত্তৰ পোৱাৰ আশা নেদেখি স্পেন এৰি ফৰাচীৰাজৰ ওচৰ চাপিবৰ মন কৰি



পালোছ বন্দৰ পালেহি। সৌভাগ্যক্ৰমে পালোছ বন্দৰলৈ আহোঁতে ভাগৰ লগাত তেওঁ এটা মঠত আশ্ৰয় লবলগীয়া হৈছিল। সেই মঠৰ অধ্যক্ষই কলম্বাছ আৰু দিয়োগোক থাকিবলৈ আশ্ৰয় দিলে। তেওঁৰ মুখৰ পৰা সকলো কথা জানিব পাৰি মঠৰ অধ্যক্ষ বুঢ়া সন্যাসীৰ মনত দয়া আৰু সহানুভূতিৰ ভাব উপজিল। সেই বাবে তেওঁ বাপেক-পুতেক দুয়োকো আৰু কেইদিনমান মঠতে থাকিবলৈ কৈ তেৰেঁ। চেষ্টা কৰি চাওঁ বুলি কলে। সন্যাসীয়ে ৰাণী ইছাবেলাৰ ওচৰলৈ গৈ কলম্বাছৰ সাগৰ-অভিযান সমৰ্থন কৰিবলৈ প্ৰাৰ্থনা জনালে। এই বাৰ ৰাণী সম্মত হল। তেওঁ কলম্বাছক সহায় কৰিবলৈ কথা দিলে আৰু তেওঁ বিচৰামতে পুৰস্কাৰ অথবা নতুন দেশত স্পেনৰ ৰাজপ্ৰতিনিধিৰ পদ আৰু পশ্চিম আট্লানটিকৰ নৌ-বাহিনীৰ অধ্যক্ষৰ পদ দিবলৈকো মান্তি হল।

এইদৰে প্ৰায় একুৰি বছৰ আহগুধীয়া চেষ্টাৰ ফলত কলম্বাছৰ নতুন দেশ আৱিষ্কাৰ কৰাৰ আৰু সাগৰ দিগ্বিজয় কৰাৰ সোণালী সপোন দিঠকত পৰিণত হওঁ হওঁ হল। এই দুঃসাহসিক অভিযানৰ কাৰণে তিনিখন জাহাজ কিনা হল। আৱশ্যকীয় খোৱাবস্তু যতনাই লোৱা হল। মানুহ সংগ্ৰহ কৰাটো হল আটাইতকৈ টান কাম। কিয়নো সেই সময়ত কোনেও আট্লানটিক মহাসাগৰ পাৰ হবলৈ সাহস নকৰিছিল। আঁচলৰ আগত জীউটো বান্ধি লৈ ঘৰত লৰা-তিৰুতা এৰি সহজতে কোনেও মৰণৰ মুখলৈ আগবাঢ়ি যাবলৈ সাজু নহল। বহু

চেষ্টা কৰি কলম্বাছে অপৰাধী আৰু উদ্দণ্ড প্ৰকৃতিৰ প্ৰায় ছকুৰি জনমান মানুহ সংগ্ৰহ কৰিলে। জাহাজ তিনিখনৰ নাম দিয়া হল ছান্টামেৰিয়া, পিন্‌টা আৰু নিনা। সকলো আয়োজন সম্পূৰ্ণ কৰি ১৪৯২ চনৰ তিনি আগষ্টৰ দিনা কলম্বাছে তেওঁৰ বহুদিনীয়া কল্পনা বাস্তৱত পৰিণত কৰিবলৈ জয়যাত্ৰা কৰিলে। পালোছ বন্দৰৰ পৰা পশ্চিমমুখীয়াকৈ আট্‌লানটিকৰ অকূল জলত জাহাজ তিনিখন মেলি দিলে। তেতিয়া সাগৰৰ পাৰত কলম্বাছক জয়ধ্বনিৰে সম্বৰ্দ্ধনা জনাই বিদায় দিবলৈ কোনো নাছিল। তেওঁৰ সহযাত্ৰীসকলৰ যিসকল আত্মীয়-স্বজন তাত উপস্থিত আছিল তেওঁলোকে হুবাওবাৰে কান্দিছিল আৰু সকলোৱে কলম্বাছক হিয়া-মুৰ ধুনি শাওহে দিছিল।

প্ৰথম দুদিনমান ভালেৰেই পাৰ হল। লাহে লাহে কলম্বাছক সাগৰ-যাত্ৰাৰ নানা বিপদ-আপদে বেঢ়ি ধৰিলে। প্ৰথমতে 'পিন্‌টা' নামৰ জাহাজখনতেই কেৰোণ আৰম্ভ হল। সেই জাহাজখনৰ গৰাকী আছিল এজন দুষ্ট মানুহ। তেওঁ সেই যোবা-ফোন্দা দিয়া জাহাজখন ফাকি দি কলম্বাছক বেচিছিল। তেওঁ ভাবিছিল—কিছুদূৰ গৈয়েই জাহাজৰ কল-কব্জাবোৰ অচল হোৱা দেখিলে কলম্বাছে অভিযান পৰিত্যাগ কৰি উলটি আহিবলৈ বাধ্য হব। কিন্তু তেওঁ ভবামতে নহল। 'পিন্‌টা' জাহাজখনে বাটে বাটে বৰ আমনি দিছিল যদিও সেই জাহাজৰ নেতৃত্বত থকা সুদক্ষ নাৱিকজনে কোনোমতে বিকল যন্ত্ৰবোৰ মেৰামত কৰি লৈ



কেনাৰি দ্বীপপুঞ্জ পোৱালেগৈ। সেই দ্বীপতে কলম্বাছে 'পিন্‌টা'-খন সলাই আন এখন জাহাজ লম বুলি ভাবিছিল কিয়নো তেনে এখন কেৰোণে ধৰা জাহাজে কোন মুহূৰ্ত্তত বিপদ ঘটায় কব নোৱাৰি। সিফালেদি আকৌ কলম্বাছে স্পেনৰ হৈ দেশ আৱিষ্কাৰ কৰিবলৈ যোৱা শুনি পৰ্ত্তুগালৰ, খিয়লীয়া ৰজাৰ গাৰ পোৰনি উঠিল। তেওঁ কলম্বাছক মাজপানীৰে পৰা ধৰি নিবলৈ জাহাজত এদল সৈন্য পঠাই দিলে। এই বাতৰি পাই কলম্বাছে কেনাৰি দ্বীপত বেছি সময় থকাটো নিৰাপদ বুলি নেভাবিলে। বিশেষকৈ কেনেবাকৈ তেওঁৰ সহযাত্ৰীবিলাকে এই কথা জানিব পাৰিলে নিশ্চয় অথন্তৰ ঘটাব। তেওঁ আকৌ অকূল সাগৰৰ মাজত অভিযান আৰম্ভ কৰি দিলে। ইমান দিনে সাগৰৰ অৱস্থা ধীৰ স্থিৰ শান্ত আছিল। এতিয়া যেন সেই সাগৰেও মানুহৰ লগতে কলম্বাছৰ লগত বিৰোধিতা কৰি প্ৰলয় নাচোন নাচিবলৈ ধৰিলে। ধুমুহাত সাগৰৰ পানীত খলকনি উঠিল। পৰ্ব্বতপ্ৰমাণ ঢৌবোৰে তাল-আফাল কৰি গৰজিবলৈ ধৰিলে। সাগৰৰ তেনে ভয়ঙ্কৰ মূৰ্ত্তি দেখি কলম্বাছৰ সহযাত্ৰী-বিলাকে ভয়ত ত্ৰাহি মধুসূদন সুঁৱৰিবলৈ ধৰিলে। কলম্বাছে বুজাই-বৰায়ো তেওঁলোকক শান্ত কৰাটো টান হল। ধুমুহা চলিয়ে থাকিল। জাহাজৰ সহযাত্ৰীবিলাকে গোলমাল আৰম্ভ কৰি দিলে। তেওঁবিলাকে জাহাজ ঘৰলৈ ওলোটাই নিবৰ বাবে কলম্বাছক নেৰোপানী হৈ লাগিল। তেওঁবিলাকৰ কাৰো কথা নুশুনি কলম্বাছে জাহাজ আগুৱাই নিবলৈহে ধৰিলে। এইদৰে

কেইদিনমান যোৱাত সাগৰ আকৌ শান্ত হল। কিন্তু ওচৰত মাটি পোৱাৰ কোনো লক্ষণ হলে দেখা নগল। সহযাত্ৰীবিলাকৰ ঘৰৰ চিন্তাত তত নোহোৱা হল। দিনে-ৰাতি ঘৰ ঘৰ কৰি তেওঁলোকে কলম্বাছৰ কাণৰ পোক সৰুৱাবলৈ ধৰিলে। কলম্বাছে সিঁহতক আটলাণ্টিকৰ সিপাৰে থকা ধন-সোণ ঐশ্বৰ্য্য-বিভূতিৰ লোভ দেখুৱাই শান্তনা দিলে। কিন্তু তেতিয়াও নাকৰ ওপৰত নহাত পানী অৰ্থাৎ মাটি পাবলৈ তেতিয়াও বহুতো বাকী আৰু সঁচাকৈ মাটি পোৱা যাব নে নেযায় সেই কথা তেতিয়াও সন্দেহৰ বিষয় হৈয়ে আছিল। জাহাজত সহযাত্ৰীবিলাকে কলম্বাছৰ বিৰুদ্ধে ষড়যন্ত্ৰ আৰম্ভ কৰিলে। তেওঁ যদি সোণকালে জাহাজ ওলোটাই নিনিয়ে তেন্তে তেওঁক পানীত পেলাই দিম বুলিও সিহঁতে ভয় দেখুৱালে। কলম্বাছে কিন্তু ঈশ্বৰত ভৰসা ৰাখি আৰু মনত দৃঢ় সংকল্প লৈ তেতিয়াও আগৰ নিচিনা অচল অটল হৈয়েই ৰল। তেওঁ কেৱল পশ্চিমমুখে জাহাজ এৰিয়ে থাকিল। পানী কেৱল পানী—ওপৰে তলে—আগে পাছে, কেৱল পানী। তেতিয়াও মাটিৰ একো চিনচাবেই নাই। অগত্যা শেষত বিপদ আশঙ্কা কৰি তেওঁ ঘৰলৈ উভতিব খোজা সহযাত্ৰীসকলক আশ্বাস দি কলে বোলে তেওঁক মাত্ৰ আৰু তিনি দিন সময় দিব লাগিব। তাৰ পিছতো যদি মাটি দেখা নেযায় তেওঁ নিজেই স্বদেশ অভিমুখে জাহাজৰ মুখ ঘূৰাই দিব। এই কথা শুনি সহযাত্ৰীসকল কিছু পৰিমাণে শান্ত হল। তথাপি এদিন গল, মাটিৰ চিন নাই। দুদিন গল, মাটিৰ চিন নাই।



কিন্তু কলম্বাছৰ ভাগ্য ভাল। তৃতীয় দিনা ঈশ্বৰে তেওঁৰ ফালে যেন চকু মেলি চালে। তেওঁ সাগৰত উটি অহা এটা কেচা গছৰ ঠাল দেখা পালে। সেই ঠালটোত এঠোপা কলাজামু লাগিয়ে আছিল। তাৰ পৰা অনুমান হল মাটি ওচৰতে আছে। জাহাজত ঘোষণা কৰি দিয়া হৈছিল বোলে যি প্ৰথমতে মাটিৰ সম্ভেদ দিব পাৰিব তেওঁকে পুৰস্কাৰ দিয়া হব। সেই দিনা ৰাতি মাটি দেখা পোৱাৰ আশাত কোনেও চকুৰ চিপ নেমাৰিলে। সেই ৰাতিয়েই দূৰৈত টিমিক ঢামাক এটা চাকিৰ পোহৰ কলম্বাছে দেখিবলৈ পালে। পোহৰ দেখি আনন্দতে তেওঁৰ অন্তৰ নাচি উঠিল। ইমান দিনৰ মূৰত তেওঁৰ অভিযান সাৰ্থক হল। নতুন দেশৰ অথবা নতুন জগতৰ সম্ভেদৰ আগজাননী সেই বন্তিৰ পোহৰেই যেন তেওঁলৈ পঠিয়াই দিলে।

সেই দিনা বাৰ অক্টোবৰ, ১৪৯২ চন। সেই দিনাৰ অৰুণোদয় যেন আগতকৈও মনোমোহা। কলম্বাছে আৰু তেওঁৰ লগৰীয়াবিলাকে সেই দিনাই দেখা পালে এখন নতুন জগৎ। তেওঁলোকে জাহাজৰ পৰাই দেখা পালে পাৰত ৰৈ থকা এদল নতুন মানুহ। সিহঁতে কৌতূহল দৃষ্টিৰে জাহাজৰ ফালে চাই আছে। সিহঁতেও যেন আজি কিবা নতুন বস্তু দেখা পাইছে। জাহাজ পাৰৰ কাষ চপাত কলম্বাছে পাৰত উঠিবলৈ এখন সৰু নাৱত উঠিলগৈ। তেতিয়া তেওঁৰ গাত আছিল স্পেনৰ জাতীয় সাজপাৰ। তেওঁৰ লগত আছিল মাৰ্টিন পিন জোন আৰু তেওঁৰ ভায়েক। তেওঁলোকৰ হাতত আছিল দুখন নিছান্। সেই

পতাকাত আঁকা আছিল সেউজীয়া বৰণৰ 'ক্ৰছ'। এখন পতাকাত লিখা আছিল ৰজা ফাৰ্দিনেণ্ডৰ নামৰ আদি আখৰ 'এফ্' আৰু আনখনত লিখা আছিল ৰাণী ইছাবেলাৰ নামৰ আদি আখৰ 'আই'। এইদৰে স্পেনৰ ৰজা-ৰাণীৰ নাম অঙ্কিত কৰা নিছান হাতত লৈ তেওঁলোক পাৰলৈ উঠি গল। পাৰত গৈ নতুন জগতৰ নতুন দেশৰ নতুন মাটিত ভৰি দিবলৈ সৌভাগ্য লাভ কৰি কলম্বাছে আঠু লৈ ভগৱানক ধন্যবাদ জনালে। তেওঁৰ দুগালেদি দুধাৰ আনন্দৰ অশ্রুলো বৈ গল। দেখাক দেখি আন আন জাহাজৰ সহযাত্রীবিলাকেও সেই প্রার্থনাত যোগ দিলে। প্রার্থনা শেষ কৰি কলম্বাছে নতুনকৈ আৱিষ্কাৰ কৰা মাটিত নিজ হাতে স্পেনৰ পতাকা পুতি দিলে আৰু সেই অচিনাকী দেশৰ নাম থলে 'ছান্ ছাল্ ভাডোৰ্'। যিবিলাক সহযাত্রী নাৱিকে ইমান দিনে কলম্বাছক নিন্দিছিল আজি সিহঁতেও তেওঁক এক-মুখে বন্দিবলৈ ধৰিলে। সকলোৰে মানত এতিয়া কলম্বাছ হল এজন দেৱতা। সঁচাকৈয়ে তেওঁ অসাধ্য সাধন কৰিলে। তেওঁ-লোকে ভাবিছিল সেই ঠাই ভাৰতবৰ্ষ নতুবা ভাৰতৰেই চুবুৰীয়া কোনো ঠাই। সেই কাৰণে তেওঁবিলাকে তেওঁক 'ইণ্ডিজ'ৰ ৰাজপ্রতিনিধি আৰু নৌ-অধ্যক্ষ উপাধিৰে বিভূষিত কৰিছিল। কলম্বাছে সেই দিনা যি ভুল কৰিলে আজিও তাৰ অৱশেষ বৈ গল। ভাৰতবৰ্ষ বা ইণ্ডিয়াৰ মাটিত ভৰি দিয়া বুলি ভাবি তেওঁ সেই নতুন দেশৰ মানুহবিলাকক ইণ্ডিয়ান বুলি কৈছিল। সেই কাৰণে আজিও আমেৰিকাৰ আদিবাসীবিলাক ইণ্ডিয়ান বা



'ৰেড্ ইণ্ডিয়ান্' নামেৰে পৰিচিত হৈ আছে। সি যি নহওক, কেইদিন মানৰ ভিতৰতে সেই নতুন দেশৰ মানুহৰ লগত মিলিজুলি কলম্বাছে সদ্ভাব স্থাপন কৰি ললে। সেই ইণ্ডিয়ান-বিলাকে প্রথমতে তেওঁলোকৰ ওচৰ চাপিবলৈ সাহ কৰা নাছিল। কিন্তু এওঁবিলাকৰ পৰা মৰম-চেনেহ পাই সিহঁতৰ ভয় ভাগিল। সিহঁতে ভাবিলে—ঢক্ ঢক্ কৰে বগা দেৱতাৰ দল এটাইহে সিহঁতক উদ্ধাৰ কৰিবলৈ আকাশৰ পৰা নামি আহিছে। এইদৰে কলম্বাছে মৰমেৰে নতুন দেশৰ নতুন মানুহৰ অন্তৰ জয় কৰি সোণৰ খনি পোৱাৰ আশাত ওচৰে-পাজৰে অনাই বনাই ঘূৰি ফুৰিবলৈ ধৰিলে। কলম্বাছে কিউবা, হাইতি আৰু কেই-বাটাও দ্বীপ ভ্ৰমণ কৰি সোণৰ খনিৰ সন্ধান উলিয়াব নোৱাৰিলে। কিন্তু নানা তৰহৰ প্ৰচুৰ অচিনাকী গছ-লতা আৰু ফল-মূল তেওঁ গোটাই ললে। তেনে দ্বীপ এটাৰ পৰাই কলম্বাছে ধপাতৰ সঁচ পোনপ্রথমে নি য়ুৰোপত উলিয়ালে। তেওঁ এইদৰে গছ-পাত ধন-সোণ বিচাৰি ফুৰোঁতে 'পিন্টা' জাহাজখনে তেওঁক এৰি পলাই গল—পোনপ্রথমে নতুন দেশ আৱিষ্কাৰ কৰাৰ, বতৰা দি ৰজাৰ পৰা পুৰস্কাৰ আদায় কৰাৰ আশাত। তাৰ পিছতে কলম্বাছেও স্পেনলৈ যাত্ৰা কৰিলে। উলটি আহোঁতে বাটত তেওঁ-লোকে জাহাজ ৰাখি এঠাইত গা ধুই ছিল। সেই সময়তে এদল কলা আদিবাসী হিংস্র মানুহে তেওঁলোকক আক্ৰমণ কৰিছিল। সিহঁত হৈছে নৰখাদক। আন একো উপায় নেদেখি কলম্বাছে গুলী চলাবলৈ বাধ্য হল। গুলী খাই দুই চাৰিজন

আক্ৰমণকাৰী মাটিত বাগৰি পৰিল। বাকীবিলাক ফৰিং চিটিকা দি পলাল। এয়ে হল নতুন জগতত শ্বেতাঙ্গৰ হাতত প্ৰথম ৰক্তপাত। সেই ঠাই এৰি কিছু দূৰ যোৱাৰ পিছতেই সাগৰৰ মাজত আকৌ ধুমুহাই পালে। সেই ধুমুহাৰ মাজতে 'পিন্টা' জাহাজৰ লগতো লগালগি হল। 'পিনটাৰ' কেপ্টেনে দোষৰ বাবে কলম্বাছক ক্ষমা খুজিলে। ধুমুহাত তিনিওখন জাহাজৰে মহা-সঙ্কট উপস্থিত হল। কোনোখন জাহাজেই ৰক্ষা পোৱাৰ আশা নেদেখিলে। কলম্বাছেও জীৱনৰ আশা এৰি দিলে। তেওঁ তেওঁৰ বৃত্তান্তৰ আদ্যোপান্ত পৰিপাটিকৈ লিখি সেইবোৰ এটা পেৰাৰ ভিতৰত ভৰাই পেৰাটো পানী সোমাব নোৱাৰাকৈ বন্ধ কৰি সাগৰত উটাই দিলে। তেওঁ ভাবিছিল—তেওঁলোক মৰিলেও পৃথিবীৰ মানুহে সেই লিখাবোৰৰ পৰাই তেওঁ আৱিষ্কাৰ কৰা নতুন দেশৰ বিষয়ে সবিশেষ জানিব পাৰিব। কিন্তু ৰাখে হৰি মাৰে কোনে? সেই প্ৰলয়ৰ ধুমুহাৰ মাজতো সকলোবিলাক মানুহ নিৰাপদে থাকিল। লাহে লাহে ধুমুহা নাইকিয়া হৈ আহিল। কিন্তু জাহাজ তিনিখন হলে ভাগিছিগি চূৰমাৰ হৈ গল। কলম্বাছে এখন ভগা নাৱত উঠি পৰ্তুগালৰ এটা বন্দৰত উঠিলগৈ। পৰ্তুগালৰ ৰজাই লোভ দেখুৱাই তেওঁক হাত কৰিবলৈ বিচাৰিছিল। কিন্তু কলম্বাছে ৰাৱণৰ লোণ খাই ৰামৰ গুণ গাবলৈ সন্মত নোহোৱাত তেওঁক বন্দী কৰি থবলৈকো যো-জা কৰিছিল। কিন্তু অৱশেষত স্পেনৰ ভয়ত এৰি দিবলৈ বাধ্য হল। এইদৰে নানান বিপদ-বিঘিনি অতিক্ৰম কৰি কলম্বাছে



আকৌ স্পেনৰ মাটিত ভৰি দিলেহি। নতুন পৃথিৱী আৱিষ্কাৰ কৰাৰ কথা চাৰিওফালে প্ৰচাৰিত হোৱাৰ লগে লগে সকলোৱে কলম্বাছৰ জয়গান গাইছিল। ইংলণ্ডৰ ৰজা হেনৰিয়ে কলম্বাছক অতিমানৱৰ শাৰীত ঠাই দিছিল। তেতিয়া সকলোৱে ভাবিছিল—কলম্বাছে ভাৰতবৰ্ষৰ দাঁতিকাষৰীয়া ঠাইহে দেখি গৈছে। সেই বাবে তেওঁ আৱিষ্কাৰ কৰা দ্বীপবোৰৰ নাম দিয়া হৈছিল—পশ্চিম ভাৰতীয় দ্বীপপুঞ্জ। আজিও ভূগোলত সেই নামেই ৰৈ গৈছে। স্পেনত কলম্বাছক অভিনন্দন জনাবলৈ এক বিৰাট ৰাজকীয় অভ্যৰ্থনাৰ আয়োজন কৰা হৈছিল। স্বয়ং ৰজা আৰু ৰাণীয়ে সিংহাসনৰ পৰা নামি আহি কলম্বাছক আগবঢ়াই লৈ গৈ যথাযোগ্য সন্মান দেখুৱাইছিল।

কলম্বাছে স্পেনৰ ৰজা আৰু ৰাণীৰ পৃষ্ঠপোষকতাত দ্বিতীয় বাৰ সাগৰ জয় কৰিবলৈ ওলাল। এই বাৰ তেওঁৰ লগত নতুন দেশৰ লোভত দলে দলে সহযাত্ৰী ওলাল। এই দ্বিতীয় অভিযানত তেওঁ গোৱাডালুক নামেৰে এটা নতুন দ্বীপত নামিলগৈ। সেই দ্বীপত নৰখাদক বনৰীয়া মানুহবিলাকৰ কাণ্ড দেখি তেওঁলোকৰ গাৰ লোম শিয়ঁৰি উঠিল। সেই অসভ্য মানুহবিলাকে সেই ঠাইৰ মতা মানুহবিলাক খাই নাইকিয়া কৰিছিল। সিহঁতে খোৱা মানুহ-বোৰৰ হাড়-মঙহবোৰ গেলি দুৰ্গন্ধ ওলাইছিল। মাইকী মানুহ-বিলাকক সিহঁতে নেখাই বান্ধি-চাটি এৰি থৈ গৈছিল। সিহঁতো মৰোঁ মৰোঁ হৈছিল। সেই নৰখাদক মানুহবিলাকে ভাবিছিল—মাইকী মানুহৰ মঙহ হেনো জীণ নিয়াব নোৱাৰি। সেই বাবে

বেচেৰীহঁতে ৰক্ষা পাইছিল। প্ৰথম অভিযানত কলম্বাছে যি ঠাইৰ পৰা উলটি গৈছিল সেই ঠাইৰ নাম দিছিল নেভিডাড্। তাত এটা দুৰ্গ সাজি তেওঁ কেইজনমান মানুহক প্ৰতিনিধি পাতি থৈ গৈছিল। এতিয়া আহি দেখে যে তাত কোনো মানুহ নাই। পৰি আছে কিছুমান হাড়মুৰ। মানুহবিলাক নৰখাদকহঁতৰ পেটত সোমাল। কলম্বাছে সেই ঠাইৰ পৰা গৈ আন ঠাইত পাম পাতিলে, আৰু ৰাণীৰ নামেৰে ইছাবেলা নগৰ নামেৰে এখন নতুন্ নগৰ স্থাপন কৰিলে। তেওঁৰ লগৰ মানুহবিলাকক খেতিবাতি কৰিবলৈ লগাই দিলে। গাৰ লোমেই শত্ৰু হোৱাৰ নিচিনাকৈ লগৰীয়া সহযাত্ৰীবিলাকে তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰ আৰম্ভ কৰি দিলে। অৱশেষত স্পেনৰ ৰজা আৰু ৰাণীৰ কাণতো তেওঁৰ বিৰুদ্ধে নানা কথা পেলাবলৈ ধৰিলে। তেনে লগনীয়া কথা শুনি আৰু বিশেষকৈ স্পেনলৈ সেই নতুন দেশৰ পৰা কলহে কলহে সোণ নোযোৱা দেখি স্পেনৰাজে এজন ৰাজপ্ৰতিনিধি পঠাই দিলে। নৰখাদক মানুহবিলাকৰ লগত সততে যুজ-বাগৰ, লগৰীয়া চকুচৰহা ঘৰ-শত্ৰুবিলাকৰ বিৰোধ আৰু শেষত এই নতুনকৈ যোৱা স্পেনৰ ৰাজপ্ৰতিনিধিজনৰ পৰা প্ৰতি কামতে বিধি-পথালি পাই কলম্বাছে ৰজা আৰু ৰাণীক সকলো কথা জনাবলৈ উলটি আহিল। এই বাৰ তেওঁ আগৰ বাৰৰ নিচিনা অভ্যৰ্থনা নেপালে। অৱশ্যে তেওঁক সন্মান দেখুৱাবলৈ এখন ভোজ-মেল পতা হৈছিল। সেই ভোজত আন্তৰিকতা হলে নাছিল। তাতেই কলম্বাছে নানা জনে নানা ভাবে তেওঁৰ কথা কোৱা কাণত পৰিল।



হতাশ হলেও কলম্বাছে আশা এৰি নিদিলে। আকৌ অভিযান আৰম্ভ কৰিবলৈ ধনৰ বাবে তেওঁ ৰজা-ৰাণীক আৱেদন জনালে। অৱশেষত ভালেমান দিন টলকা মাৰি থাকি ৰাণী তেওঁৰ প্ৰতি সুপ্ৰসন্ন হল। ১৪৯৮ চনত তেওঁ তৃতীয় অভিযানৰ বাবে বাহিৰ ওলাল। এই যাত্ৰাত কলম্বাছে দক্ষিণ আমেৰিকাৰ মূল ভূমিভাগ আৱিষ্কাৰ কৰিছিল। এইবাৰো লগৰীয়াসকলৰ ষড়যন্ত্ৰৰ ফলত তেওঁক এজন অত্যাচাৰী কুসাষক বুলি অভিযুক্ত কৰি স্পেনলৈ বন্দী কৰি অনা হৈছিল। আচলতে তেওঁ হলে দোষী নাছিল। ক্ৰমাগত বাঢ়ি অহা নাম আৰু পদমৰ্য্যাদাৰ বাবে তেওঁ লগৰীয়াসকলৰ চকুৰ কুটা দাঁতৰ শাল হৈছিল। সাগৰ-বিজয়ী কলম্বাছক হাতত শিকলি দি ৰাণী ইছাবেলাৰ আগত আনি থিয় কৰোৱা হৈছিল। তেওঁৰ নিৰ্দ্দোষ চলচলীয়া চকু দুটি দেখি আৰু আদ্যোপান্ত সকলো কথা শুনি ৰাণীয়ে বুজিব পাৰিলে যে তেওঁ নিৰ্দ্দোষী। তেতিয়া তেওঁ নিজ হাতেৰে দিগ্বিজয়ী বীৰৰ হাতৰ শিকলি খুলি দিলে।

১৫০২ চনত কলম্বাছে নতুন পৃথিবী অভিমুখে তেওঁৰ ৪ৰ্থ আৰু শেষ অভিযান চলালে। মেক্সিকো-উপসাগৰত নতুন জগতৰ মানুহে নজনা নতুন তথ্যপাতি আৱিষ্কাৰ কৰিলে। কিন্তু পাৰলৈ উঠি তেওঁ দেখে যে তেওঁ সাগৰৰ সিপাৰে উপনিবেশ পতা চেষ্টা ব্যৰ্থ হৈ গৈছে। ইতিমধ্যে ৰাণী ইছাবেলৰ মৃত্যু হৈছে। ৰজা ফাৰ্দিনেণ্ডে সাহায্য পঠিয়াবলৈ বন্ধ কৰি দিছে। অৱশেষত অনাহাৰত জৰাজীৰ্ণ হৈ তেওঁ স্পেনলৈ ভগ্ন হৃদয়েৰে উলটি

আহিবলৈ বাধ্য হল। যিজন লোকে অৰ্দ্ধ পৃথিবীৰ বতৰা আনি দিছিল তেওঁ আজি বাটৰ মগনিয়াৰ। খাবলৈ ভাত নাই, পিন্ধিবলৈ কাপোৰ নাই, থাকিবলৈ ঘৰ নাই। এয়েই হৈছে পৃথিবীৰ ধৰ্ম্ম। এইদৰে জগতৰ নিন্দা-গৰিহনা আৰু দুখ-কষ্টৰ মাজেদি জীৱনৰ শেষ দিন কেইটা অতি কষ্টেৰে পাৰ কৰি ১৫০৮ খৃঃ ২০ মেইৰ দিনা কলম্বাছে স্পেনৰ ভেলাভেলিড চহৰত শেষ নিশ্বাস পেলালে।

সাত সাগৰ তেৰ নদী পাৰ হৈ কলম্বাছে যদিও জীৱনৰ জয়নিছান উৰুৱাই দিগ্বিজয়ী আৱিষ্কাৰক হৈছিল তথাপি শেষ জীৱনত তেওঁ দাৰিদ্ৰ্যৰ লাওলোটা হাতত তুলি লবলগীয়া হৈছিল। ভাগ্য-দেৱীয়ে তেওঁৰ ডিঙিত এহাতে জয়মালা পিন্ধাইছিল, আনহাতে কঠোৰভাবে নিপীড়ণক ৰিছিল। সেই ভাগ্যনিপীড়িত কলম্বাছৰ স্মৃতি-চিন ৰক্ষাৰ বাবে আজি ওপৰাওপৰি লাগিছে। আমেৰিকা মহাদেশৰ একুৰি এখন ৰাজ্যই একযোগে মিলি কলম্বাছৰ যাউতিযুগীয়া স্মৃতিমন্দিৰ নিৰ্ম্মাণ কৰিবলৈ হাতত লৈছে —ছিউদাদ্ ত্রুজিনো (অৰ্থাৎ ত্রুজিনো নগৰ) নগৰত। এই নগৰৰ নামেই পূৰ্ব্বতে ছেণ্টো ডোমিঙ্গো আছিল। কলম্বাছে প্ৰথম অভিযানত পোনপ্ৰথমে এই ঠাইতে মাটিত ভৰি দিছিল। পাঁচ কোটি টকা খৰচ কৰি কলম্বাছৰ এই স্মৃতিমন্দিৰ সজা হব ধৰিছে। এটা অতি বিৰাট ক্ৰছৰ আকাৰত সজা স্মৃতিসৌধৰ মূধত থাকিব এটা আলোকস্তম্ভ—সেই আলোক-স্তম্ভৰ তীব্ৰ আলোক-ৰেখাই সাগৰৰ জাহাজবোৰক বহু দূৰ দূৰণিলৈকে বাট দেখুৱাই সোঁৱৰাই থাকিব—সাগৰজয়ী দিগ্বিজয়ী কলম্বাছৰ অমৰ স্মৃতি।

---

# ভাস্কো-ডি-গামা



পোন্ধৰ শতাব্দীত-মধ্য-য়ুৰোপ, দক্ষিণ য়ুৰোপ আৰু দক্ষিণ-পূব য়ুৰোপৰ ৰাজ্যসমূহ ঘৰুৱা বিবাদত তেনেই ব্যস্ত হৈ আছিল। ফ্ৰান্স আৰু ইংলণ্ডৰ মাজত তেতিয়াও যুদ্ধ চলি আছিল। জাৰ্ম্মাণি আৰু ইতালিত ৰজা আৰু ধৰ্ম্মগুৰু পোপৰ মাজত নিজৰ প্ৰধান্য লৈ ভিতৰুৱা গৃহকন্দল লাগিছিল। গোটেই য়ুৰোপত যেতিয়া এইদৰে ভিতৰুৱা অশান্তিয়ে দেখা দিছিল, তেতিয়া ছাইবেৰিয়ান উপদ্বীপত থকা পৰ্ত্তুগিজ দেশেহে অকল হেনৰি নামেৰে এজন অতি শক্তিমান, পৰাক্ৰমী, সাহসী আৰু উৎসাহী

ৰজাৰ অধীনত শান্তিৰে আছিল আৰু সকলো বিষয়তে দোপত দোপে উন্নতি কৰিছিল।

আৰব দেশৰ সাউদসকলে ভাৰতৰ পৰা লৈ যোৱা বহুমূলীয়া কাপোৰ, মণি-মুকুতা হাঁতীদাঁত আদি দেখি ৰজা হেনৰিয়ে পর্তুগিজসকলৰ লগত ভাৰতৰ বেহাবেপাৰৰ সম্বন্ধ স্থাপন কৰিবলৈ খুব আগ্ৰহ কৰিছিল। সেই সময়ত আফ্ৰিকা মহাদেশৰ পশ্চিম উপকূলত থকা কেনাৰী দ্বীপ বা ৰজাডোৰ অন্তৰীপলৈ বিস্তৃত উপকূল ভাগলৈ আৱিষ্কৃত হৈছিল। তাৰ দক্ষিণে কি আছে সেই কথা হলে কোনেও নেজানিছিল। সেই বাবে ৰজা হেনৰিয়ে পর্তুগিজ সাম্ৰাজ্য বঢ়াই দেশৰ বেহাবেপাৰ বঢ়াবলৈ আৰু আফ্ৰিকা মহাদেশত মুছলমানসকলৰ আধিপত্য কিমান জানিবলৈ কেউটা, ডিগোকাম, বাৰথলমৌ, দিয়াছ আদি সাহসী নাৱিকৰ হতুৱাই আফ্ৰিকাৰ পশ্চিম উপকূলত কেবাটাও অভিযান চলাইছিল। তেওঁবিলাকে দক্ষিণৰ উত্তমাশা অন্তৰীপ অতিক্ৰম কৰি মোজেল উপসাগৰলৈ আহে। ডিগোকামে প্ৰায় ১৪৫০ মাইল আৰু দিয়াছে ১২৬০ মাইল দীঘল উপকূলৰেখা নানা বাধা-বিঘিনি অতিক্ৰম কৰি আৱিস্কাৰ কৰিছিল।

আৰবীয় সাউদ সকল বেহা-বেপাৰৰ বাবে মোজেল উপসাগৰৰ পৰা প্ৰায় আট শ মাইল উত্তৰলৈ আহিছিল। কিন্তু মাজৰ আঠ শ মাইল দীঘল উপকূলৰেখা তেতিয়াও মানুহৰ অজনা হৈয়েই আছিল।

উত্তমাশা অন্তৰীপত অৱতৰণ কৰি সেই বিষয়ে দিয়াছে এটি চমকপ্ৰদ ভ্ৰমণ-টোকা লিখি থৈ গৈছে। যেতিয়া দক্ষিণ



আফ্ৰিকাৰ কাষ চাপিছিল তেতিয়া তেওঁৰ কম্পাছ বা দিক নিৰ্ণয় যন্ত্ৰ বিকল হৈ গৈছিল। ধুমুহাৰ কোবত জাহাজ কেইখনো থেৰথেৰীয়া হৈছিল। হঠাতে দিন-ৰাতিৰ পৰিবৰ্ত্তন আৰু ঋতু সলনি হোৱা দেখি তেওঁৰ লগৰীয়া নাৱিকসকলৰ ভয়ত ভগৰন্ত পলাইছিল। তেওঁলোকে ভাবিছিল বোলে সেইখন কিবা দেও কি ভূত থকা কালিকালখা দেশহে। দিয়াছে উলটি গৈ পর্তুগিজ ৰজাক জনাইছিল বোলে আৰু পূবলৈ আগবাঢ়ি যোৱাটো মানুহৰ পক্ষে অসম্ভৱ। সিমানতে তেওঁলোকৰ ফালে ভাগৰ পালি হৈছে। উত্তমাশা অন্তৰীপৰ সিফালে যিহে কোবাল সোঁত আৰু সাগৰৰ প্ৰলয় নাচোন সেই মূৰ্ত্তি দেখিলেই ধাতু উৰি যাব খোজে। পর্তুগিজ ৰজাই হলে দিয়াছৰ এই কথাত পতিয়ন যাবলৈ টান পালে।

সেই বাবে আফ্ৰিকাৰ এই দক্ষিণ-পূব উপকূল আৱিষ্কাৰ কৰি আৰৱদেশীয় নাৱিকসকলৰ জলপথেদি ভাৰতলৈ আহিবৰ বাবে পর্তুগিজ ৰজাই ভাস্কো-দি-গামাক অনুৰোধ জনালে। গামাই ভাৰতলৈ অহা নতুন জলপথ আৱিষ্কাৰ নকৰি মাত্ৰ আঠশ মাইল দীঘল উপকূল অতিক্ৰম কৰিলেই তেওঁৰ নাম চিৰস্মৰণীয় হৈ থাকিলহেঁতেন। কিন্তু চেষ্টা আৰু সাহসৰ ফলত যি দুঃসাধ্য কাম তেওঁ সুকলমে কৰি থৈ গ'ল—তাৰ তুলনাত তেওঁক কৰিবলৈ দিয়া কাম একোৱেই নহয়। ভাস্কো-দি-গামা প্ৰায় এৰৈশ মাহ কাল সাগৰৰ বুকুত আছিল আৰু ইয়াৰ তিনি মাহ সময় একেবাৰে অজানা সমুদ্ৰৰ মাজত কটাইছিল।

ভাস্কো-দি-গামাৰ জন্ম হয় ১৪৬০ চনত পর্তুগাল দেশৰ এটি অতি সাধাৰণ পৰিয়ালত। সৰুৰে পৰা তেওঁ অতি সাহসী আৰু জ্ঞানপিপাসু আছিল। আগডোখৰত কেবাটাও পর্তুগিজ অভিজানত তেওঁ সাধাৰণ নাৱিক হিচাপে যোগ দান কৰি যথেষ্ট অভিজ্ঞতা লাভ কৰিছিল। সেই বাবে যেতিয়া ১৪৯৭ চনত পর্তুগিজ ৰজাই আফ্ৰিকাৰ তল ফালেদি ভাৰতলৈ অহাযোৱা কৰা নতুন জলপথ আৱিষ্কাৰ কৰিবলৈ অনুৰোধ জনায় তেওঁ তেতিয়া সুদক্ষ আৰু সুনিপুণ নাৱিক আছিল।

গামাই এশ আঠ জন নাৱিকৰ সৈতে চাৰিখন জাহাজ লৈ ১৪৯৭ চনৰ জুলাই মাহৰ ৮তাৰিখে তাগুচ নদীৰ মোহনাৰ পৰা তেওঁলোকৰ এই অভিযানৰ জয়যাত্ৰা কৰে। তেওঁৰ লগত আছিল সেই সময়ত পাবপৰা সকলো মানচিত্ৰ, কিতাপ, আধুনিক যন্ত্ৰপাতি আৰু তিনি বছৰৰ জোখাই নানান খাদ্য-সামগ্ৰী। যাত্ৰাৰ আৰম্ভণিতে বতৰ অতি ফৰকাল আছিল। তেওঁলোকে কোনো উল্লেখযোগ্য ঘটনা নোহোৱাকৈয়ে জুলাই মাহৰ ২৭ তাৰিখে ভাদৈ অন্তৰীপ পায়গৈ। তাৰ পৰা আগষ্ট মাহৰ তিনি তাৰিখে পুনৰ যাত্ৰা কৰি নবেম্বৰ মাহৰ চাৰি তাৰিখে প্ৰায় পাঁচ হেজাৰ মাইল অতিক্ৰম কৰি ছেণ্ট হেলেনা দ্বীপত ৰয়হি। গিনি উপসাগৰত বৰ জহ আৰু তাত জুৰ বতাহ নোহোৱা বাবে তেওঁলোকৰ বৰ অসুবিধা হৈছিল। পানীৰ সোঁত ইমান কম আছিল যে বহুত সময়ত জাহাজ কেইখন একে ঠাইতে থকা যেন লাগিছিল। ইয়াতে পর্তুগিজসকলে পোনতে আফ্ৰিকাৰ আদিম অধিবাসী 'হটেনটট' সকলৰ লগত



সংঘর্ষত আহে। ছেণ্ট হেলেন দ্বীপত তেওঁলোকে নতুনকৈ খাদ্য-বস্তু সংগ্ৰহৰ চেষ্টা কৰে কিন্তু তাৰ অধিবাসীসকলে বাধা দিয়াত তেওঁলোকৰ সেই চেষ্টা ফলৱতী নহল।

ইয়াত আঠ দিন থকাৰ পিছত দক্ষিণলৈ যাত্ৰা কৰি তেওঁলোকে নবেম্বৰ মাহৰ ২২ তাৰিখে উত্তমাশা অন্তৰীপ পায়গৈ। তাৰ তিনি দিনৰ পিছত মোজেল উপসাগৰত উপস্থিত হয়। ইয়াৰ পৰা একেৰাহে আঠ দিন গৈ 'দিয়াছ'ৰ আৱিষ্কৃত শেষ সীমান্তত উপস্থিত হয় আৰু তাৰ পৰা ক্ৰমে অজানা সাগৰৰ মাজত সোমাল। ইয়ালৈ আহিয়েই আগুলাচ (?) সোঁতত পৰি গামা অসীম কষ্টৰ সন্মুখীন হয়। প্ৰকৃততে এই সোঁতৰ কোব ইমান প্ৰবল আছিল যে বহুত সময়ত জাহাজবিলাক পাছুৱাইহে গৈছিল। লগৰ নাৱিকসকলে বহুতে এই সোঁত অতিক্ৰম কৰা অসম্ভৱ বুলি ভাবি অভিযান পৰিত্যাগ কৰাৰ কথাও ভাবিছিল। আগৰ আৱিষ্কাৰক দিয়াছে ইয়াৰে পৰাই লগৰীয়াসকলৰ বিদ্ৰোহৰ বাবে উলটি যাবলৈ বাধ্য হৈছিল। গামাই সকলো পৰিস্থিতি ভালদৰে বুজি লৈ অসীম সাহস আৰু ধৈৰ্য্যেৰে এই সোঁতৰ বিপক্ষে যাবলৈ ধৰি অৱশেষত তাক অতিক্ৰম কৰিলে আৰু খৃষ্টমাছৰ দিনা এখন নতুন দেশত জাহাজ চপালে। গামাই এই দেশৰ নাম দিলে নাটাল। ইয়াতে তেওঁলোকে প্ৰথমে আফ্ৰিকাৰ দেশীয় নিগ্ৰোসকলৰ সৈতে চা-চিনাকি হয় আৰু লগত লৈ যোৱা বস্তু উপহাৰ দি তেওঁলোকৰ দলপতিসকলৰ লগত মিতিৰালি পাতে। এই নিগ্ৰোসকল ডাঙৰ-দীঘল আৰু উদাৰ মনৰ

আছিল। তেওঁলোকে ঘাঁহৰ বেৰ-চাল থকা ঘৰত বাস কৰিছিল। ঠায়ে ঠায়ে উপকূলত গামাই তেওঁৰ আৱিষ্কাৰৰ চিন স্বৰূপে কিছুমান খুটি পুতি গৈছিল। অলপদূৰ গৈ তেওঁলোকে জাম্বেচি নৈৰ মোহনাত উপস্থিত হল। ইয়াতে জাহাজ চপাই প্ৰায় এমাহ কাল জাহাজ মেৰামত আৰু খাদ্য-বস্তু সংগ্ৰহৰ চেষ্টাত থাকে। ইয়াৰ অস্বাস্থ্যকৰ জলবায়ুয়ে নাৱিকসকলৰ বহুতকে নানান ৰোগত ভোগায় কিন্তু গামাৰ মন তেতিয়াও অবিচলিত। অৱশেষত তেওঁ গৈ আৰবসকলৰ প্ৰতিপত্তি থকা মোজাম্বিক পায়গৈ। ইয়াতে তেওঁলোকে চাৰিখন সোণ-ৰূপ, মণি-মুকুতা, নানা বিধ মছলা আদিৰে ভৰপূৰ আৰব দেশীয় ডিঙা লগ পায় আৰু তেওঁলোকৰ পৰা উত্তৰলৈ যোৱা জলপথৰ বহুতো আৱশ্যকীয় বতৰা সংগ্ৰহ কৰে। মাদাগাস্কাৰ আৰু আফ্ৰিকাৰ মাজত থকা মোজাম্বিক সোঁতৰ বিপৰীতে যাবলগীয়া হোৱাত তেওঁলোকৰ বৰ কষ্ট হৈছিল কিন্তু সকলো বাধা-বিঘিনি অতিক্ৰম কৰি তেওঁ উত্তৰলৈ উপকূলেদি যাব ধৰিলে। মোজাম্বিক তেতিয়া মুছলমানসকলৰ তলত আছিল। তেওঁলোকে সদায় পৰ্তুগিজসকলক অবিশ্বাসৰ চকুৰে চাইছিল আৰু বেহাবেপাৰত পৰ্তুগিজসকল প্ৰতিদ্বন্দী হ'ব বুলি ভাবি প্ৰত্যেক খোজতে বাধা দিয়াৰ চেষ্টা কৰিছিল। আনকি পিয়াহত খাবলৈ এটুপি পানী দিবলৈকো অনিচ্ছুক আছিল। অৱশেষত গামাই কামানৰ গুলী চলাই সিঁহতক সেও কৰি পুনৰ উত্তৰলৈ যাত্ৰা কৰিলে। মোম্বাচাৰ উত্তৰে থকা মালিন্দিত



গামাই বহুতো আদৰ-অভ্যৰ্থনা লাভ কৰে। পৰ্তুগিজ ৰজাৰ হৈ এখন তৰোৱাল দান কৰি তাৰ ৰজাৰ লগত তেওঁ বন্ধুত্ব স্থাপন কৰে। ইয়াতে তেওঁ ভাৰত মহাসাগৰৰ অভিজ্ঞতা থকা এজন নাৱিক লগ পালে। গামাই তৎক্ষণাৎ এই নাৱিকজনক নিজৰ দলভুক্ত কৰি লৈ ১৪৯৮ চনৰ এপ্ৰিল মাহৰ ১৪ তাৰিখে মালিন্দিৰ পৰা ভাৰত মহাসাগৰ অতিক্ৰম কৰিবলৈ জাহাজ মেলি দিলে। গামাৰ সৌভাগ্যৰ কাৰণে এই সময়ত মৌচুমী বতাহ বৈ আছিল। তাৰ সহায়ত প্ৰায় এমাহতকৈ অধিক সময় একেবাহে সাগৰৰ মাজেদি গৈ সেই মাহৰ ২৩ তাৰিখে পশ্চিম উপকূলত থকা কালিকট বন্দৰত জাহাজ চপালে।

কালিকট্ চহৰৰ পৰাই বিখ্যাত 'কলিকো' কাপোৰৰ নাম হৈছে। কালিকটৰ সেই সময়ৰ ৰজাজন আছিল হিন্দু। তেওঁৰ নাম আছিল সমুদ্ৰ ৰজা। এই নামেই পৰ্টুগিজসকলৰ মুখত পৰি 'জামোৰিন্' হৈছিল। ইয়াৰ ৰজাই পোনতে যদিও পৰ্তুগিজসকলক ভাল ব্যৱহাৰ কৰা নাছিল তথাপিও পিছত গামাক বা পৰ্তুগিজ-সকলক তেওঁৰ ৰাজ্যত বেহাবেপাৰ কৰিবলৈ অনুমতি দিলে। কিন্তু সেই সময়ত ভাৰতীয় ৰপ্তানি বস্তু সকলোবোৰেই আৰব দেশীয় আৰু মিছৰ দেশীয় মুৰসকলৰ হাতত আছিল। তেওঁলোকে ৰজাৰ এই পৰ্তুগিজ-প্ৰীতি অলপো ভাল পোৱা নাছিল। সেই বাবে গামাৰ বিপক্ষে ৰজাৰ আগত নানা কথা লগাইছিল। ৰজাই তেওঁলোকৰ লগনীয়া কথাকে বিশ্বাস কৰি গামা আৰু তেওঁৰ লগৰীয়া কেবাজনকো বন্দী কৰিছিল।

কিন্তু সৌভাগ্যবশতঃ পর্ত্তুগিজসকলে ৰাজসভাৰ কেইজন-মান প্ৰধান অমাত্যৰ সহায়ত মুক্তি লাভ কৰিলে। ইয়াৰ পোতক তুলিবলৈ মন কৰি কালিকট্, এৰি কানোনৰ ফালে যায়। ইয়াত গামাই সুন্দৰকৈ বেহাবেপাৰ কৰি ভাৰতীয় উৎপন্ন বস্তুৰে আটাইকেইখন জাহাজ ভৰপূৰ কৰি ১৪৯৮ চনৰ নবেম্বৰ মাহত স্বদেশলৈ উলটি যায়।

প্ৰত্যাগমনৰ সময়ত ভাৰত মহাসাগৰৰ বুকুত বতাহৰ বিপক্ষ সোঁতত যাবলগীয়া হোৱাই গামা অসীম বিপদৰ সন্মুখীন হ'বলগীয়া হল। বহুতো নাৱিক ৰোগত পৰে আৰু প্ৰায় ডেৰকুৰি জনৰ মৃত্যু হয়। বাকীবোৰৰো প্ৰায় সকলোৰে দাঁতৰ অসুখ হয়। দাঁত আৰু মুখ ফুলি একো খাব নোৱাৰা হৈ ভীষণ কষ্ট পায়। নাৱিকসকলৰ দুৰৱস্থা দেখি গামাই পুনৰ ভাৰতলৈ আহিবলৈ মন মেলে, কিন্তু বতাহৰ সোঁত সলনি হোৱাত গোটেই কেইখন জাহাজ নিৰাপদে আফ্ৰিকাৰ উপকূল পায়গৈ। যাবৰ সময়ত মিত্ৰ হোৱা মালিন্দীৰ ৰজাই বহুতো ফল-মূল আৰু খাদ্যবস্তু দি গামাক আদৰ অভ্যৰ্থনা জনালে। তেওঁ পর্ত্তুগিজ ৰজালৈ এনেকুৱা অভিযান আকৌ পঠিয়াবলৈ অনুৰোধ জনাই পত্ৰ দিলে।

গামাৰ প্ৰত্যাবৰ্ত্তনত বিশেষ কোনো উল্লেখযোগ্য ঘটনা নাছিল অৱশ্যে তেওঁৰ সৰু ভায়েক 'পলবৰ' আৰ্ণোচ দ্বীপৰ ওচৰত মৃত্যু হয় আৰু নাৱিকসকলৰ সংখ্যা টুটি যোৱা বাবে বাটতে এখন জাহাজ এৰি যাবলগীয়া হৈছিল। ভায়েকৰ মৃত্যুত গামাই মনত